ভাৰতৰ লোককৃষ্টি

প্ৰাচীন ভাৰতৰ কিংবদন্তিমূলক কথা

# নীল আকাশৰ ৰাজ্য


মায়াক্ষী চট্টোপাধ্যায়

অলংকৰণ
তাপসী ঘোষাল

অনুবাদ
জয়ন্তীমালা বৰপূজাৰী





নেশ্যনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া



# সূচীপত্ৰ





# অনুবাদিকাৰ একাষাৰ

মৌলিক সাহিত্যৰ তুলনাত পাঠকে বহু সময়ত অনুবাদ সাহিত্যক হেয়জ্ঞান কৰা দেখা যায়। কিন্তু অনুবাদৰ যোগেদিয়ে এটা ভাষাৰ সৃজনীমূলক সাহিত্য আন এটা ভাষাৰ পাঠকৰ কাষলৈ লৈ যোৱা হয়; আৰু এই দৃষ্টিকোণৰপৰা অনুবাদ সাহিত্যৰ স্থান অতি গুৰুত্বপূৰ্ণ। অনুবাদৰ অবিহনে বিশ্বৰ বৰেণ্য লেখক-লেখিকাসকলৰ মহানতম ৰচনা আমাৰ অজ্ঞাতেই ৰৈ গ'লহেঁতেন।

প্ৰত্যেক ভাষাৰে একোটা নিজস্ব শৰীৰ, একোটা প্ৰাণ আছে। এই শৰীৰ, এই প্ৰাণ আন এটা ভাষাৰ ওপৰত হুবহু জাপি দিবলৈ চেষ্টা কৰিলে শব্দৰ মায়াজালত ৰচনাৰ ছন্দপতন ঘটি ভাষাৰ লালিত্য হেৰাই যোৱাৰ আশঙ্কা থাকে। সেয়ে, অনুবাদ কৰোঁতে মূলৰ ঘটনাৰ পৰিৱৰ্তন নকৰাকৈ সাজসজ্জাত কিছু সাল-সলনি কৰিবলগীয়া হয়। সৃজনীশীল সাহিত্যৰ অনুবাদৰ ক্ষেত্ৰত অনুবাদকে এই কথা সদাই মনত ৰাখিব লাগে। কিন্তু কেতিয়াবা অনুবাদক আন কিছুমান সমস্যাৰো সন্মুখীন হ'ব পাৰে। "নীল আকাশৰ ৰাজ্য"ৰ "পোহৰ আৰু ছাঁ" কাহিনীটো অনুবাদ কৰিবলৈ লৈ অনুবাদিকা তেনে এটা সমস্যাৰে সন্মুখীন হৈছিল। প্ৰস্তুত কাহিনীটোত সৰুকালতে শুনা, ভাৰতৰ ঘৰে ঘৰে আইতাহঁতে কোৱা ৰজা নল আৰু ৰাণী দময়ন্তীৰ পৌৰাণিক কাহিনীটোৰ ছাঁ সুপৰিলক্ষিত। তেনে অৱস্থাত বৰ্তমান কাহিনীটোৰ নায়ক-নায়িকাৰ বিপৰীত নাম, অথচ পৌৰাণিক কাহিনীটোৰ লগত ঘটনাৰ সাদৃশ্য দেখি খোকোজা লাগিছিল; কাৰণ কাহিনীটো পঢ়িলে স্বাভাৱিকতে পাঠকৰ নল-দময়ন্তীলৈ মনত পৰিব। ইফালে লেখিকাই তেওঁৰ ভূমিকাত নিজেই এই কাহিনীবোৰ সৰুতে আইতাকৰপৰা শুনা বুলি কৈছে। সেয়ে বহুচৰ্চিত পৌৰাণিক কাহিনীটোতকৈ অলপ বেলেগ লাগিলেও "পোহৰ আৰু ছাঁ" মূলৰ দৰে ৰখা হ'ল।

মায়াক্ষী চট্টোপাধ্যায়ে সৰুকালতে শুনা কাহিনীবোৰ কণ-কণ ভাইটি-ভন্টীহঁতৰ বাবে যুগুতাই উলিওৱাৰ বাবে তেওঁ ধন্যবাদৰ পাত্ৰী। কাহিনীবোৰত উত্তৰ-পূব ভাৰতৰ মাটিৰ গোন্ধ থকা বাবে নেশ্যনেল বুক ট্ৰাষ্টে প্ৰথম অনুবাদ সংকলন অসমীয়া ভাষাত উলিয়াবলৈ সিদ্ধান্ত লয়। অনুবাদত যদি কিবা অনিচ্ছাকৃত আঁসোৱাহ ৰৈ গৈছে তাৰ দায়িত্ব অনুবাদিকাৰ।

নতুন দিল্লী

জয়ন্তীমালা বৰপূজাৰী

# লেখিকাৰ ভূমিকা

সৰুতে প্ৰতিদিন সূৰ্যাস্তৰ পিছত সন্ধিয়াৰ আকাশৰ শুকতৰাটো আগত লৈ আইতাৰ ভৰিৰ কাষত বহিছিলো। উদ্দেশ্য এটাই আছিল—তেখেতে কোৱা বিচিত্ৰ সাধুকথাবোৰ শুনা। সেই কাহিনীবোৰত সময়ৰ লয় আৰু প্ৰকৃতিৰ ছন্দৰ সাজেৰে জীৱনৰ সৌন্দৰ্য প্ৰকাশ পাইছিল। কাহিনীবোৰত থকা আশা, বিশ্বাস আৰু সাহসে শুনোতাক কোনো ভয় সংশয় নোহোৱাকৈ এফালে উচ্চতাৰ চৰম শিখৰ আৰু আনফালে ৰহস্যময় অনিশ্চয়তাৰ অতল গভীৰতালৈ লৈ গৈছিল। কাৰণ, ৰাতি যিমানেই অন্ধকাৰ নহওক, প্ৰভাতী কিৰণে ওৰণি ঠেলি সেই অন্ধকাৰ আঁতৰায়, আৰু সূৰুযৰ সোণালী কিৰণে পৃথিৱী ধুৱাই এটা নতুন দিনৰ জন্ম দিয়ে।

শৈশৱৰ সেই দিনবোৰত মই এই সাধুকথাবোৰ সঁচা বুলি খামুচি ধৰি আছিলো। মন্ত্ৰমুগ্ধৰ দৰে আইতাৰ মুখলৈ চাই শুনি থাকোতে প্ৰতিটো মুহূৰ্ত বিস্ময় আৰু ৰোমাঞ্চেৰে ভৰি আছিল। অকণমানি ভৰত পখীটোৰ দৰে মোৰ অন্তৰখন ক্ৰমান্বয়ে ৰহস্য আৰু বিস্ময়েৰে ভৰা একোখন নতুন নতুন সৰগৰ ফালে উধাই গৈ থাকিছিল। মোৰ কল্পনাই পাখি মেলি ওপৰলৈ—আৰু ওপৰলৈ গৈ এক আনন্দলোকত বিচৰণ কৰিছিল য'ত "মৌমাখি গুণ গুণ ফুল জ্যোতিষ্মান!"

কিন্তু, দুখৰ বিষয় এদিন আইতাই ইহলীলা সম্বৰণ কৰিলে। আৰু তেখেতৰ লগতে মোৰ সোণালী সপোনবোৰ নোহোৱা হৈ গ'ল। মোৰ মনৰ আশা মনতে মাৰ গ'ল। তেতিয়াৰপৰাই মই ৰূঢ় বাস্তৱৰ সন্মুখত অকলশৰীয়া হৈ গ'লো।

সময় উকলিবলৈ ধৰিলে। জীৱনলৈ বহুত পৰিৱৰ্তন আহিল। এদিনাখন মই নিজকে আপোন পৰিজনৰপৰা বহুত নিলগত এখন অচিনাকী ঠাইত আৱিষ্কাৰ কৰিলো। জাৰকালিৰ কোনোবা এটা দিনত, এটা অকলশৰীয়া মুহূৰ্তত মই খিৰিকীৰে বাহিৰলৈ চাই আছিলো। বাহিৰৰ জগতখন বৰফৰ দৰে গোট মৰা মোৰ সেমেকা অন্তৰখনৰ দৰেই নিষ্প্ৰাণ আৰু চেঁচা অনুভৱ হৈছিল।

হতাশাত ভাগি পৰা অন্তৰখন লৈ মই সদায় খিৰিকীৰ কাষত বহি বাহিৰলৈ চাই আছিলো। কিবা এটা নতুন দেখাৰ আশা হ'লে মই কেতিয়াও কৰা নাছিলো। তেনেতে এদিন হঠাৎ দেখা এটা দৃশ্যই মোক আচৰিত কৰি দিলে। মই দেখিলো বৰফ ভাঙি ওলাই আহিবলৈ প্ৰাণপণে যুঁজ কৰা এটা সৰু সেউজীয়া পোখাই যেন আন্ধাৰ ফালি পোহৰৰ সন্ধানত ওলাই আহিবলৈ চেষ্টা কৰিছে!

বিজুলী চমকৰ দৰে পাহৰণিৰ গৰ্ভত লুকাই থকা আইতাই কোৱা সাধুবোৰে মোৰ মনৰ পৰ্দাত ভুমুকি মাৰিলে। লগে লগে মোৰ মুজুৰা পৰা অন্তৰখনত আশা আৰু সাহসৰ সঞ্চাৰ হ'ল। মই অতীতৰ বুকুলৈ ঘূৰি গ'লো। মই যেন আকৌ নিস্তব্ধ গধূলি আইতাৰ ভৰিৰ কাষত বহি তেখেতৰপৰা সাধু শুনি আছো!

স্বপ্নাৰিষ্টৰ দৰে খিৰিকীৰ কাষত বহি মই কণমানি বন্ধুহঁতৰ কাৰণে সাধুবোৰ লিখি পেলালো। অন্তৰত আশা—সিহঁতৰ মনতো এই সাধুবোৰে সপোন-গুটি সিঁচক! সেই গুটিবোৰে জীপাল হৈ পোখা মেলি সিহঁতৰ মনতো আশাৰ সঞ্চাৰ কৰাওক, আৰু সাধুবোৰৰ ৰস পান কৰাৰ মাজেৰেই সিহঁতে জীৱনৰ ৰহস্য, সত্যতা বুজি পাওক!

অন্তৰেৰে উপলব্ধি কৰিব পাৰিলে দেখা যাব এই সাধুবোৰৰ সহজ-সৰল ভাবৰ মাজত জীৱনৰ গভীৰ অৰ্থ নিহিত হৈ আছে। দেখিবলৈ পোৱা যাব আমি সময়ৰ দৰে চিৰনবীন, কালৰ দৰে অনাদি, অনন্ত, পুৰাতন। আৰু ৰহস্যময় জীৱনৰ বিস্ময়ৰ কথা ভাবিলে দেখা যাব সকলো কথাই সম্ভৱ—মাথো তাৰ বাবে লাগিব আশা, বিশ্বাস আৰু সাহস।

আইতা আমাৰ সকলোৰে জীৱনৰ প্ৰাণদায়িনী শক্তি আছিল। আমাৰ ঘৰত তেখেত যেন এচেৰেঙা সোণোৱালী ৰ'দ আছিল। আইতাই আমাক মৰম কৰিছিল। আমিও আইতাক বৰ ভাল পাইছিলো। কিয়? অজলা চকুৰ মৃগ নামৰ হৰিণটো, জাক জমকীয়া পেখম তুলি চালি ধৰি ফুৰা গৰ্বিত ময়ুৰটো, কেটকেটীয়া ক'লা মুখৰ কাজল নামৰ শিয়াল বান্দৰটো, আৰু উজ্জ্বল ৰঙা ঠোঁটেৰে তজবজীয়া কথকী টোটা নামৰ ভাটৌটোৰেও আইতাক ভাল পাইছিল আৰু তেখেতৰ সোতোৰা পৰা হাতেৰে দিয়া আহাৰ খাবলৈ আগ্ৰহেৰে বাট চাই আছিল।

পুৱাৰপৰা গধূলিলৈকে আইতা কামৰ মাজত ব্যস্ত থাকিছিল। ধান শুকুৱাই বানি চাউল উলিওৱা, পিতলৰ চাকিবোৰ চক্‌চকীয়া কৰি ধুই চাফা কৰি সুগন্ধি চন্দন তেল ভৰাই সন্ধিয়া গোঁসাই ঘৰত জ্বলাবলৈ সাজু কৰা, পূজাৰ কাৰণে সুগন্ধি, সজীৱ ফুল তুলি আমাৰ ইষ্ট দেৱতাৰ সোণৰ মূৰ্তিটোত পিন্ধাবলৈ মালা গঁথা আদি এশ এটা কামৰ মাজতে আইতাৰ দিনটো পাৰ হৈ গৈছিল। কিন্তু প্ৰতিদিন সন্ধিয়া



মুনি-চুনি বেলিকা খঁৰিকাজাইৰ জোপোহা কেইটাৰ কাষৰ সেউজীয়া ঘাঁহনিডৰাত পাটীখন পাৰি লৈ তেখেত নীৰৱে প্ৰাৰ্থনা কৰিবলৈ বহিছিল।

এইখিনি সময়তে সৰু নাতিনী ৰূপু হাতত সাৰে ভৰিত সাৰে চুঁচৰি আহি আইতাৰ কোলাত বহিছিল, আৰু মিঠাবৰণীয়া অকণমানি হাত দুখনেৰে আইতাৰ বয়সৰ আঁচোৰ পৰা ডিঙিটোত সাবটি ধৰিছিল। আব্‌দাৰ কৰি তাই আইতাৰ কাণত ফুচ্‌ফুচাই কৈছিল : "আইতা, তুমি সৰু থাকোঁতে তোমাৰ আইতাই তোমাক কোৱা সাধু এটা কোৱাঁ না!"

মিচিকি হাঁহিৰে আইতাৰ মনটো বহুত দূৰ অতীতলৈ গুছি গৈছিল, আৰু চকুহাল অতীতৰ সেই সোঁৱৰণত তিৰ্‌বিৰাই উঠিছিল। ইফালে আশা আৰু উৎকণ্ঠাত চকুহাল বহলকৈ মেলি ৰূপু সন্মুখত আঁঠু কাঢ়ি বহি থাকিছিল। পৰীৰ দেশৰ যাদুকৰী কথাৰ কল্পনাৰে তোলপাৰ লগোৱা অন্তৰখন খামুচি ধৰি তাই যেন হাতযোৰ কৰি প্ৰাৰ্থনাহে কৰিছিল।

কিবা এটা চিন্তা কৰি আইতাই তেখেতৰ ৰূপৰ তামোলৰ টেমাটো খুলিছিল। টেমাৰপৰা তামোল-পাণ উলিয়াই মুখত ভৰাই আবেশত চোবাই থাকোঁতে তেখেতৰ চকু মুখ গভীৰ ভাবত তন্ময় হৈ পৰিছিল, আৰু এটা কোমল সাদৰী মাতেৰে তেখেতে ক'বলৈ আৰম্ভ কৰিছিল : "সোণজনী, নীল আকাশৰ ৰজা'ৰ এই সাধুটো শুনা।"

—মায়াক্ষী চট্টোপাধ্যায়



# নীল আকাশৰ ৰাজ্য

নীলা পৰ্বতটোৰ ওপৰলৈ অকাই-পকাই কুণ্ডলী পকাই উঠি যোৱা গোপন পথটোৰে গৈ থাকিলেই নীল আকাশৰ ৰাজ্যখন পাবাগৈ। সেইখন ৰাজ্যত পৰ্বত দূৰৰ নীল আকাশৰ লগত মিলিত হৈছে, আৰু চলন্ত ভাৱৰে মুকুতাসদৃশ বৰষুণৰ টোপাল ছটিয়াই যায়। তাত শান্ত, শীতল মলয়া বলে, আৰু তাৰ ধৰণী চক্‌মকীয়া সেউজেৰে ঢকা। তাৰ ফুলনিত ফুলে পাহি মেলি মৌৰ ভাণ্ডাৰ খুলি খপ্‌জপাই উৰি ফুৰা পখিলা আৰু গুঞ্জৰিত উজ্জ্বল কলীয়া ভোমোৰাক আহ্বান জনায়। ওখ ওখ গছবোৰে সপোনৰ মায়াজালত হালি-জালি, ডালত বহি চিৰনবীন বসন্তক আদৰিবলৈ অধীৰ হৈ গান গাই থকা চৰাইৰ আকুল ডেউকাত প্ৰেমগুটি সিঁচে।

পৰ্বতৰ গাত ঠেকা খাই নীল আকাশৰ সিপাৰৰ কোনোবা দূৰ-দূৰণিৰপৰা এটা প্ৰতিধ্বনি ভাঁহি আহে : "ঘূৰি আহাঁ! ঘূ উ উ ৰি আহাঁ-আ-আঁ! ঘূ-উ-উ-উ-ৰি-ই আ-আ-হা-আঁ-আঁ-আঁ!!" প্ৰতিধ্বনিত সেই মাতষাৰ শুনিবলৈ কাণ উনাওঁতে মনটো এক গোপন ৰহস্যেৰে ভৰি পৰিব। সেই প্ৰতিধ্বনি অনুসৰণ কৰি গৈ থাকিলেই স্বপ্নময় গম্বুজ আৰু ভগ্নপ্ৰায় দুৰ্গৰ মাজেৰে গৈ নীল আকাশৰ ৰাজ্যৰ ৰাজকাৰেং পাবাগৈ। কিন্তু কাৰেংটো এৰাপৰলীয়া কিয়? নীল আকাশৰ ৰাজ্যৰ ৰজা গ'ল ক'লৈ? আৰু বলিয়া বতাহজাকেনো বাৰু কাৰ কাৰণে উচুপি কান্দিছে?

বহুত, বহুত দিনৰ আগতে যেতিয়া পৰ্বতটো নিচেই সৰু আছিল, আৰু পৃথিৱীয়ে প্ৰথম জীৱন পাই উঠিছিল, সেই তেতিয়াই নীল আকাশৰ দেশলৈ এজন আচৰিত শক্তিশালী মানুহ আহিছিল। সৌন্দৰ্যৰ সন্ধানত তেওঁ ইফালে সিফালে ঘূৰি ফুৰিছিল, আৰু তাৰেই প্ৰতীকস্বৰূপ এটা তৰা তেওঁৰ কপালত জিলিকি আছিল। নীল আকাশৰ ৰাজ্যলৈ অহাৰ পিছত তেওঁ সেই ঠাইখনকে নিজৰ কৰি তাতে থিতাপি ল'লে।

আকাশৰপৰা সৰি পৰা পপীয়া তৰাবোৰ বুটলি লৈ তেওঁ এটা তৰা ভৰা কাৰেং সাজিলে। কুলু কুলু সুৰে বৈ থকা নিজৰাৰ শব্দ গোটাই লৈ তেওঁ অপূৰ্ব সঙ্গীতৰ সৃষ্টি কৰিলে। জীৱনটো সৌষ্ঠৱময় আৰু জ্যোতিষ্মান কৰিবৰ কাৰণে তেওঁ ৰামধেনুৰ ৰং চুৰি কৰি পোহৰৰ লগত মিলালে। এনেকৈয়ে অ'ৰ ত'ৰপৰা বস্তু গোটাই নীল আকাশৰ ৰাজ্য পাতি সেই শক্তিশালী মানুহজন তাৰ ৰজা হ'ল।

তেওঁ এই সুখী সুন্দৰ জীৱনটো নিজে ভালপোৱা কোনোবা মনৰ মানুহৰ লগত একেলগে কটাবলৈ আকুল হৈ পৰিল। সেয়েহে এদিন তেওঁ বতাহৰ লগ লৈ, কলীয়া

মুকুতাহেন ডাৱৰৰ বোকোচাত উঠি নীলা পৰ্বতৰ ওপৰেৰে, নীল আকাশৰ মাজেদি জোনবাইৰ দেশলৈ যোৱা বাটৰ আঁত ধৰি হাতীপটীৰ কাষে কাষে উৰি গ'ল।

জোনবাইৰ দেশৰ ৰূপোৱালী সীমা পাই তেওঁ জোনালী আকাশত জোনপৰী চন্দ্ৰিকাক জিল্‌মিলাই থকা দেখিবলৈ পালে। চন্দ্ৰিকাই বাটত তৰাকণা চটিয়াই যাওঁতে তেওঁৰ চুলিত জোনফুল আৰু চকুত জোনৰশ্মি চক্‌মকাই আছিল। জোনপৰীজনীৰ স্নিগ্ধ সৌন্দৰ্যত মুগ্ধ হৈ ৰজাই তেওঁৰ জোনাকসনা ওঁঠ আৰু হাতত চুমা খাই তেওঁক নিজৰ কইনা কৰি আদৰি ল'লে। তাৰ পিছত তেওঁলোক দুয়ো হাতত ধৰা-ধৰি কৰি সূৰুযৰ দেশৰ ৰাঙলী পথেৰে হেঙুলবৰণীয়া আকাশৰ ফালে উৰি গ'ল।



ৰজা আৰু চন্দ্ৰিকা হেঙুলীয়া আকাশেৰে উৰি যাবৰ সময়ত সূৰ্যদেৱৰ ৰাজ্যৰ সোণোৱালী তোৰণত সূৰ্যপৰী সূৰ্যকী থিয় হৈ আছিল। সূৰ্যকীয়ে ৰজা-ৰাণীৰ বাটত ৰ'দ চটিয়াই দিবৰ সময়ত তেওঁৰ চুলিত বেলি ফুল আৰু ওঁঠত সূৰ্যৰ কিৰণ চিক্‌মিকাই আছিল। তেওঁৰ সৌন্দৰ্যৰ চমকনিত মোহিত হৈ ৰজাই সূৰ্যকীৰ ৰৌদ্ৰোজ্জ্বল সোণোৱালী ওঁঠ আৰু হাতত চুমা আঁকিলে, আৰু তেওঁকো নিজৰ কইনা কৰি ল'লে। তাৰ পিছত দুই ৰাণীক লগত লৈ ৰজা নীল আকাশৰ ৰাজ্যলৈ উৰি গুছি গ'ল।

দুয়ো গৰাকী সুন্দৰী ৰাণীৰে সৈতে যেতিয়া ৰজা আহি নীল আকাশৰ কাৰেঙত থাকিবলৈ ল'লে তেতিয়া তেওঁৰ কপালত থকা তৰাটো আগতকৈও উজ্জ্বলকৈ জিলিকি উঠিল আৰু ৰাজ্যখন সুখে-সমৃদ্ধিয়ে নদন-বদন হ'ল।

অলপ দিনৰ পিছত জোনৰ ওপৰত সূৰ্যৰ ছাঁ পৰিল, আৰু তেতিয়া চন্দ্ৰিকাই এহাল যঁজা পুত্ৰ সন্তান জন্ম দিলে। আনন্দতে চন্দ্ৰিকাৰ চকুত যেন দুটা তৰাহে তিৰ্‌বিৰাই উঠিল। কেঁচুৱাহালক দুহাতেৰে ওপৰলৈ তুলি ৰজাই সিহঁতক আগলৈ তেওঁৰ দৰেই ৰাজ্য জয় কৰি ঐশ্বৰ্যশালী হ'বলৈ আশীৰ্বাদ দিলে। সেই সময়ত শিশু দুটাৰ কপালত দুটা তৰা জিলিকি উঠিল।

ৰজা আৰু চন্দ্ৰিকাৰ এই আনন্দৰ কথাটো কিন্তু সূৰ্যকীৰ কাৰণে দুঃখৰ কথা আছিল। তেওঁ ঈৰ্ষাত জ্বলিবলৈ ধৰিলে। ৰজাই যদি এতিয়া চন্দ্ৰিকা আৰু তেওঁৰ ল'ৰা দুটাকে সকলো মৰম আৰু সা-সম্পত্তি দি দিয়ে!

এটাৰ পিছত এটাকৈ দিনবোৰ বাগৰিবলৈ ধৰিলে আৰু লাহে লাহে শিশু দুটি দুটা সুন্দৰ স্বাস্থ্যৱান ল'ৰাত পৰিণত হ'ল। এদিনাখন তেওঁলোক ৰামধেনুৰ ৰং সনা ডাৱৰত উঠি ৰজাৰে সৈতে আৰু বেছি সৌন্দৰ্য, আৰু বেছি আনন্দৰ সন্ধানত ওলাই গ'ল।

ৰজা আৰু ল'ৰাদুটা ওলাই যোৱাৰ পিছত সেইদিনা প্ৰথম সূৰ্যকীয়ে চন্দ্ৰিকাক নীল আকাশৰ ৰাজকাৰেঙত অকলশৰীয়াকৈ পালে। ফুলনিলৈ গৈ তেওঁ এপাহ ধুনীয়া ফুল ছিঙি তাৰ ভিতৰত অলপ যাদু কৰা পাওডাৰ ভৰাই দিলে। তাৰ পিছত সেই ফুলপাহ চন্দ্ৰিকাক দি ক'লে, "লোৰাঁ ভনীটি, এই সুগন্ধি ফুলপাহ তোমাৰ কাৰণে আনিছো। শুঙি চোৱাঁচোন, কেনে ধুনীয়া গোন্ধ, খোপাত পিন্ধি ল'লে তোমাক বৰ ধুনীয়া দেখাব।"

সূৰ্যকীৰ কথামতে চন্দ্ৰিকাই ধুনীয়া ফুল পাহ নাকৰ ওচৰলৈ তুলি নিলে। কিন্তু ফুলপাহ শুঙাৰ লগে লগে তাৰ ভিতৰত সুমুৱাই থোৱা যাদুকৰী পাওডাৰৰ প্ৰভাৱত তেওঁ এজনী ধুনীয়া সেউজীয়া ভাটৌ হৈ পৰিল। এইবাৰ টি...ইঁ...ইঁ, টি...ইঁ...ইঁ কৰি টি টিয়াই ভাটৌজনী কাৰেঙৰপৰা বাহিৰলৈ উৰি গুছি গ'ল।

ৰাজকাৰেঙলৈ ঘূৰি আহি ৰজা আৰু ল'ৰা দুটাই সূৰ্যকীক কান্দি থকা দেখিবলৈ পালে। কান্দি কান্দি তেওঁ ৰজাক ক'লে যে পৰ্বতৰ ওপৰৰপৰা পৰি চন্দ্ৰিকা নৈৰ কোবাল সোঁতত উটি গ'ল। ৰজাৰ অন্তৰত যেন শেলেহে বিন্ধিলে। নীল আকাশৰ ৰাজ্যত শোকৰ ছাঁ পৰিল। ৰাজ্যৰ ওপৰেৰে পাৰ হৈ যোৱা কলীয়া ডাৱৰে চকুপানীৰ মুকুতা সৰাই থৈ গ'ল। দুখত ম্ৰিয়মান গছবোৰ পাত সৰি লঠঙা হ'ল। বেজাৰতে পাহি জপাই ফুলবোৰো দুখৰ সমভাগী হ'ল।

ইতিমধ্যে কাৰেঙৰ বাহিৰলৈ ওলাই যোৱা ভাটৌজনী ভয়ত বিতত হৈ পাখি কোবাই নীল আকাশত উৰিবলৈ ধৰিলে। নীলা পৰ্বতবোৰৰ ওপৰেতে উৰি যাওঁতে তাইৰ মৰকত মণিৰ দৰে জিলিকা পাখিবোৰে যেন বিজুলী চমকাইছিল। একেৰাহে উৰি উৰি তাইৰ ডেউকাযোৰ অৱশ হৈ পৰিল আৰু উশাহ বৰ ক্ষীণ হৈ আহিল। তাইৰ বৰ ভাগৰ লাগিল আৰু ঢপ্‌ঢপাই পাখি কোবাই এটা ৰাজকাৰেঙৰ চৌহদৰ ভিতৰৰ বাৰীত থকা ওখ গছ এজোপাৰ ডালত পৰিলগৈ। ভোকে-পিয়াহে জৰ্জৰিত ভাটৌজনীৰ তেতিয়া মূৰ্চ্ছাপ্ৰায় অৱস্থা। ভোকত ৰ'ব নোৱাৰি তাই ফলৰ ভৰত দোঁ খাই থকা গছজোপাৰ পকা ফল এটাত খুঁটিয়াবলৈ ধৰিলে। ফলটো কিন্তু গৈ মাটিতহে পৰিলগৈ। গছজোপাৰ তলত তেতিয়া সেই ৰাজ্যৰ সৰু সৰু ৰাজকুমাৰী দুজনীয়ে খেলি আছিল। ফলটো মাটিত পৰা শব্দ শুনি ওপৰলৈ চাই তেওঁলোকে গছৰ ডালত বহি থকা ধুনীয়া সেউজীয়া ভাটৌজনী দেখি আনন্দত কিৰিলি পাৰিলে। লগে লগে দেউতাকৰ ওচৰলৈ দৌৰি গৈ তেওঁলোকে ক'লে : "পিতা, পিতা, পদ্মৰাগ মণিৰ নিচিনা উজ্জ্বল ৰঙা চকু আৰু মৰকত মণিৰ নিচিনা সেউজীয়া পাখিৰ ধুনীয়া ভাটৌ এজনী আমাৰ বাৰীৰ গছত পৰিছেহি। এনেকুৱা ধুনীয়া চৰাই আমি আগতে কেতিয়াও দেখাই নাছিলো।" ৰাজকুঁৱৰীহঁতৰ মুখে ভাটৌজনীৰ কথা শুনাৰ লগে লগে ৰজাই তেওঁৰ সকলোতকৈ নিপুণ

চৰাই ধৰা মানুহটোক মতাই পঠিয়ালে আৰু চৰাইজনী ধৰাই আনি এটা সোণৰ সঁজাত বন্দী কৰাই থ'লে।



সিফালে মনৰ দুখত নীল আকাশৰ ৰাজ্যৰ ৰজাৰ দিনবোৰ নাযায় নুপুৰায় যেন হৈছিল। তেওঁ চন্দ্ৰিকাক বৰ ভাল পাইছিল। সেইকাৰণেই ৰাণীৰ অবিহনে দিনবোৰ বৰ কষ্টেৰে পাৰ হৈছিল। যঁজা ল'ৰাহালক কাষত লৈ তেওঁ সিহঁতৰ ওপৰত অন্তৰৰ সকলো মৰম উজাৰি দিছিল।

সূৰ্যকীৰ খঙৰ কোব এইবাৰ আৰু চৰিলহে। খঙতে জ্বলি পকি তেওঁ কেনেকৈনো সৰু ল'ৰা দুটাৰ অনিষ্ট কৰিব পাৰে তাৰে চিন্তা কৰিবলৈ ধৰিলে। সূৰ্যকীৰ পৰিধান আছিল পুৱাৰ কুঁৱলী আৰু সূৰুযৰ সোণোৱালী ৰশ্মিৰে বোৱা সাজ। সেই পোছাক ফালি-ছিৰি তেওঁ নোখোৱা-নোবোৱাকৈ ৰোহঘৰত সোমালগৈ। ৰাণীক সেই অৱস্থাত দেখি ৰজাই আচৰিত হৈ সুধিলে : "তোমাৰ কি হৈছে, ৰাণী? এনেকৈ মন মাৰি আছা কেলেই? দুখ নকৰিবা, তুমি যি বিচাৰাঁ সেয়ে হ'ব।"

"মই আপোনাৰ দুই পুত্ৰৰ তেজেৰে গা খুব খোজোঁ"—সূৰ্যকীৰ চকু-মুখৰপৰা যেন জুইহে ওলাল।

ৰজা আছিল সৌন্দৰ্য আৰু আনন্দৰ উপাসক। ৰাণীৰ তেনেকুৱা কঠুৱা কথাত তেওঁ মূৰ্চ্ছা গ'ল। কিন্তু সূৰ্যকীয়ে ৰজাৰ অনুচৰক মতাই আনি আদেশ দিলে : "এই ল'ৰাহালক দূৰৰ হাবিলৈ লৈ যা। তৰোৱালেৰে সিহঁতৰ মূৰ কাটি তেজখিনি সোণৰ কলহত ভৰাই মোৰ ওচৰলৈ লৈ আনিবি।"

মাজনিশা ল'ৰাহালক হাবিলৈ লৈ যোৱা হ'ল। ৰাতিৰ নীৰৱতাৰ মাজেৰে গভীৰ অন্ধকাৰত তেওঁলোক হাতত ধৰাধৰিকৈ গৈ থাকিল। তেনেতে ৰাজকুমাৰহঁতে অনুচৰজনৰ বজ্ৰগম্ভীৰ মাত শুনিবলৈ পালে—"পলোৱাঁ। গভীৰ জঙ্গললৈ দৌৰি পলাই যোৱাঁ", জোৰেৰে ঠেলি দি তেওঁ ক'লে।

দৌৰি আঁতৰি যোৱা ল'ৰা দুটাৰ ভৰিৰ খোজৰ শব্দ হাবিৰ মাজত মিলি নোযোৱালৈকে অনুচৰজন ঠাইতে শিলৰ দৰে থিয় হৈ থাকিল। তাৰ পিছত তেওঁ লৰালৰিকৈ আঁতৰি গৈ নৈত জাঁপ দিলেগৈ। নৈৰ কোবাল সোঁতে তেওঁক ততালিকে উটুৱাই লৈ গ'ল।

কিন্তু হায়! সিফালে নীল আকাশৰ ৰজা যে মূৰ্চ্ছা গ'ল, তেওঁ আৰু জ্ঞান ঘূৰাই নাপালে। মনে মনে অনুশোচনাত দগ্ধ হৈ সূৰ্যকী উমি উমি জ্বলি থকা আঙঠাৰ নিচিনা হ'ল। নীল আকাশৰ ৰাজ্যখন শোকৰ কলীয়া ডাৱৰে আৱৰি ধৰিলে। উৰুঙা কাৰেংটোৰ উকা দেৱালত খুন্দিয়াই বতাহৰ উচুপনিয়ে প্ৰতিধ্বনি তুলিলে।

নাকৰ আগটোও নেদেখা কেৰাহীৰ তলি যেন ঘোৰ ক'লা অন্ধকাৰত হাবিৰ মাজত

বাট হেৰুৱাই অকণমানি ৰাজকুমাৰ দুজনে ডাঙৰ গছ এজোপাৰ তলতে আশ্ৰয় ল'লে। ওপৰৰ গছৰ পাতৰপৰা এটোপ দুটোপকৈ সৰা নিয়ৰৰ টোপালবোৰ তেওঁলোকৰ চকুপানীৰ লগত মিলি গ'ল, আৰু হাবিৰ দীঘল ছাঁই ক'লা আঁচল মেলি তেওঁলোকক সাবটি ল'লে।

কাহিলি পুৱাতে সৰু ৰাজকুমাৰজনে ককায়েকক ক'লে, "দাদা, মোৰ বৰ পিয়াহ লাগিছে, অলপ পানী আনি দিয়াঁচোন।" পানী বিচাৰি গৈ ডাঙৰ ৰাজকুমাৰজন জুৰি এটাৰ কাষ পালেগৈ। কিন্তু তেনেতে পিঠিত সোণৰ সিংহাসন এখন লৈ ক'লা ডাঙৰ হাতী এটা তেওঁৰ ফালে ঢপলিয়াই আহিল। শুঁড়ডাল ওপৰলৈ তুলি সি ডাঙৰকৈ চিঞৰি শুঁড়েৰেই ৰাজকুমাৰক তুলি পিঠিত থকা সিংহাসনখনত বহুৱালে আৰু বিজুলী বেগেৰে গছ আৰু হাবিৰ মাজেৰে গুছি গ'ল।

সেই ৰাজকীয় হাতীটো আচলতে এজন ৰজাৰ সম্পত্তি আছিল। অপুত্ৰক অৱস্থাতে ৰজাৰ মৃত্যু হ'ল। তেতিয়া প্ৰজাই ৰাজ্য শাসনৰ কাৰণে ৰজাৰ উত্তৰাধিকাৰী বিচৰাৰ দায়িত্ব মৃত ৰজাৰ মৰমৰ হাতীটোৰ ওপৰতে দিলে। তেওঁলোকে ভাবিলে হাতীটো মেলি দিলে সি যাকে পিঠিত তুলি আনে তেওঁকে ৰাজ্যৰ ৰজা পতা হ'ব। অচিনাকী ৰাজ্যখনৰ প্ৰজাৰ এই সিদ্ধান্তৰ ফলতে ভীত-সন্ত্ৰস্ত অকণমানি ৰাজকুমাৰজন সেই ৰাজ্যৰ ৰজা হ'ল।

ইফালে পিয়াহত ক্লান্ত ইজন ৰাজকুমাৰ সেইফালেই গছজোপাৰ তলতে লাল-কাল দিলে। তেনে সময়তে তালৈ এজন সন্ন্যাসী আহিল। শুই থকা ৰাজকুমাৰক দেখি সন্ন্যাসীজনৰ তেওঁলৈ মৰম লাগিল, আৰু আথেবেথে তুলি নিজৰ কুটীৰলৈ লৈ গ'ল।

এটাৰ পিছত এটাকৈ দিন, মাহ, বছৰবোৰ পাৰ হৈ গ'ল। দুয়ো ৰাজকুমাৰ দুফালে চন্দ্ৰকলাৰ দৰে বাঢ়ি সুন্দৰ, সুঠাম যুৱকত পৰিণত হ'ল। ৰাজকুমাৰ দুজন এজন ৰাজকাৰেঙত আৰু আনজন কুটীৰত আছিল যদিও দুয়ো সদায় পৰস্পৰৰ মঙ্গল কামনা কৰিছিল আৰু আকৌ দুয়ো একেলগ হোৱাৰ দিনটোৰ প্ৰতীক্ষা কৰিছিল।

এদিনাখনৰ কথা। ৰাতি গভীৰ হৈ অহাৰ লগে লগে অন্ধকাৰ ছাঁই হাবিখন আগুৰি ধৰিলে। আকাশৰ তৰাবোৰো টোপনিত নিঃপালি দিলে। কিন্তু হাবিৰ মাজৰ কুটীৰত থকা ৰাজকুমাৰজনৰ তেতিয়াও টোপনি অহা নাছিল। তেনেতে তেওঁ বাহিৰত এহাল ফেঁচাই কথা পাতি থকা শুনিবলৈ পালে—"জানানে? ফুল উপত্যকাৰ ৰাজকুমাৰী দুগৰাকীয়ে বোলে যঁজা ল'ৰাকহে বিয়া কৰাব। তেওঁলোক বোলে সদায় একেলগে থাকিব খোজে"—মতা ফেঁচাটোৱে মাইকীজনীক কৈছিল।

"এৰা, মই শুনিছো", মাইকীজনীয়ে ক'লে। "কিন্তু তেওঁলোকৰ চৰ্ত হ'ল যি যমজ ৰাজকুমাৰে গজৰাজৰ কপালত চমকি থকা মণিটো আনি দিব পাৰিব তেওঁলোককহে ৰাজকুমাৰী দুজনীয়ে বিয়া কৰাব।"

"কিন্তু আচল সমস্যাটো হ'ল গজৰাজনো ক'ত লুকাই আছে কোনেও নাজানে", মতা ফেঁচাটোৱে কৈ গ'ল, "আনকি চৰাইৰ ভিতৰতে জ্ঞানী ময়ো সেই বিষয়ে একোকে নাজানো।"

"মই জানো", গিৰিয়েকৰ কাষ চাপি মাইকীজনীয়ে ফুচ্‌ফুচাই ক'লে, "পৃথিৱীৰ একেবাৰে সিমুৰে শুকুলা পৰ্বতৰ নামনিত এখন গাখীৰৰ নদী বয়। তাতে হেজাৰ হেজাৰ পদুম ফুলৰ মাজত এটা বগা হাতীয়ে খেলি থাকে। সেই হাতীটোৰ কপালৰ ঠিক সোঁমাজতে এটা উজ্জ্বল মণি জিলিকি আছে।"

সন্ন্যাসী ৰাজকুমাৰে যেন নিজৰ কাণকে বিশ্বাস নকৰিব! লৰালৰিকৈ পালনকৰ্তা সন্ন্যাসীজনক জগাই তেওঁ ফেঁচাহালৰ কথোপকথনৰ কথা ক'লে। মিচিকিয়াই হাঁহি ৰাজকুমাৰৰ মূৰত হাত থৈ মুনিয়ে উপদেশ দিলে : "গজৰাজক বিচাৰি যোৱাঁ, মোৰ আশীৰ্বাদ সদায় তোমাৰ লগত আছে।"

পৃথিৱীৰ সীমানো ক'ত আছে, আৰু কেতিয়া কেনেকৈ সেইখিনি পাবগৈ তাৰ একো আও-ভাও নুবুজি বাট-ঘাটৰ কোনো উমান নোপোৱাকৈ ৰাজকুমাৰ হাবিৰ মাজে মাজে অনাই-বনাই ফুৰিবলৈ ধৰিলে।

তেনেতে বৰফশুভ্ৰ এটা ঘোঁৰাত উঠি ৰূপোৱালী বৰ্ম পিন্ধা এজন ৰাজকুমাৰ তেওঁৰ সন্মুখত উপস্থিত হ'লহি। দুয়ো ৰাজকুমাৰে থমকি ৰৈ ইজনে সিজনক চাবলৈ ধৰিলে। দুয়োৰে কপালত সৌন্দৰ্যৰ প্ৰতীক তৰা দুটা জিলিকি আছিল। দেখাৰ লগে লগে তেওঁলোকে নিজৰ পৰিচয় পালে, আৰু ইমান দিনে এৰা এৰি হৈ থকা ভাই-ককাই দুজনে আনন্দতে ইজনে সিজনক আঁকোৱালি ল'লে। হাবিত এৰা এৰি হোৱাৰ দিনাৰেপৰা নিজৰ নিজৰ জীৱনত ঘটা ঘটনাবোৰৰ কথা তেওঁলোকে পৰস্পৰৰ আগত বিবৰি ক'লে। তাৰ পিছত কুটীৰৰ ৰাজকুমাৰজনে ফেঁচাহালৰপৰা শুনা ফুল উপত্যকাৰ ৰাজকুমাৰীৰ কথা ক'লে। এইবাৰ তেওঁলোক দুয়ো একেলগে গজৰাজক বিচাৰি অন্তহীন অৰণ্যৰ মাজেৰে যাবলৈ ধৰিলে।

ৰাতি গভীৰ হৈ অহাৰ লগে লগে ডাৱৰ ফালি ওলাই অহা জোনবাইজনীয়ে পৃথিৱীত সৌন্দৰ্যৰ পোহাৰ মেলিলে। সেই স্নিগ্ধ, কোমল সৌন্দৰ্যত মুগ্ধ হৈ ৰাজকুমাৰ দুজন মন্ত্ৰমুগ্ধৰ দৰে জোনে দেখুৱাই দিয়া ৰূপালী পথেৰে গৈ থাকিল। সেই পথৰ আঁত ধৰি গৈ থাকি অৱশেষত তেওঁলোকে পৃথিৱীৰ সীমা পালেগৈ। পৃথিৱীৰ সীমাত তেওঁলোকে ফেঁচাহালে কোৱা সেই গাখীৰৰ নদীখন দেখিবলৈ পালে। হেজাৰ হেজাৰ পদুম ফুলৰ মাজত তাত কপালত উজ্জ্বল মণি জিলিকি থকা এটা বগা হাতী পোৱালিয়ে খেলি আছিল।

কপালত তৰা জিলিকি থকা ৰাজকুমাৰ দুজনক দেখাৰ লগে লগে বগা হাতী পোৱালিটো গাখীৰৰ নৈখনৰপৰা উঠি আহিল। ৰাজকুমাৰ দুজনক প্ৰণাম কৰি সি নিজৰ কপালৰ মণিটো তেওঁলোকৰ চৰণত নিবেদন কৰিলে। লগে লগে মণিটোৰপৰা

উজ্জ্বল মায়াবী পোহৰ ওলাই ৰাজকুমাৰ দুজনক আঁকোৱালি ল'লে আৰু পোনচাটেই তেওঁলোকক ফুল উপত্যকাৰ ৰাজকুমাৰীৰ কাৰেং পোৱালেগৈ।

মণি আনিব পাৰি ৰাজকুমাৰ দুজনে গৰ্ব অনুভৱ কৰিলে। সসন্মানে ৰজাক অভিবাদন জনাই তেওঁলোকে ৰজাৰ হাতত হাতীৰ কপালৰ মণিটো দিলে। এনে সময়তে বন্দী হৈ থকা উজ্জ্বল সেউজীয়া পাখিৰ ভাটৌ জনীয়ে পাখি কোবাই কোবাই তাইৰ সোণৰ সঁজাটো ভাঙি পেলালে, আৰু বিতোপন সেউজীয়া ডেউকাযোৰেৰে দুয়োজন কোঁৱৰক আঁকোৱালি ধৰিলে। আৰু কি আচৰিত; ভাটৌজনী দেখোন এগৰাকী ৰাণীলৈ পৰিৱৰ্তন হ'ল! ৰাণীৰ চুলিত জোনফুল আৰু চকুত জোনাক তিৰ্‌বিৰাই উঠিল। তেওঁ সকলোকে নীল আকাশৰ ৰাজ্য, তেওঁ ভাটৌ হোৱাৰ ৰহস্য আৰু কোঁৱৰহঁত ল'ৰাকালতে বনবাসী হোৱাৰ কাৰণ বিবৰি ক'লে।

ফুল উপত্যকাৰ ৰজাই ধুম্‌ধামকৈ নীল আকাশৰ ৰাজকোঁৱৰ দুজনৰ লগত ৰাজকুমাৰী দুগৰাকীৰ বিয়া পাতি দিলে। সকলোৱে বৰ আনন্দ পালে। আকাশৰ পৰা পুষ্পবৃষ্টি হ'ল। তেওঁলোক সকলো মিলি তাৰ পিছত নীল আকাশৰ ৰাজ্যখন বিচাৰি ওলাই গ'ল। যেতিয়া তেওঁলোক অকাই-পকাই কুণ্ডলী পকাই নীলা পৰ্বতৰ ওপৰলৈ ঘূৰি ঘূৰি উঠি যোৱা গুপ্ত পথটো পাবগৈ তেতিয়া তেওঁলোকে আকাশ-বতাহ কঁপাই পৰ্বতৰ গাত ঠেকা খাই প্ৰতিধ্বনি হৈ দূৰ-দূৰণিৰপৰা ভাঁহি অহা মাতষাৰ শুনিবলৈ পাব—ঘূৰি আহাঁ! ঘূ-উ-ৰি-আ-হাঁ-আঁ! ঘূ-উ-উ-ৰি আ-আ-হাঁ-আঁ-আঁ!!

*সাধু মোৰ শেষ হ'ল,*
*ৰঙা বেলি মাৰ গ'ল;*
*নীৰৱ গধূলি আহিল নামি,*
*জাপ খালে ফুলৰ কোমল পাহি।*

*সন্ধিয়াৰ ছাঁয়া আহিছে বগাই,*
*গছৰ ডালত শুইছে চৰাই;*
*তিৰবিৰ তিৰবিৰ তৰা আকাশত,*
*ধৰণীয়ে মেলে যেন চকু আবেশত।*

*লুকাই থকা জোন আহিছে ওলাই,*
*ৰাতিৰ বোকোচাৰে বগুৱা বাই;*
*ৰাতি যে এতিয়া হ'ল বহুত গভীৰ,*
*আহাঁ সোণ বুকুলৈ মিঠা টোপনিৰ।*

# এপাহ্ পদুমৰ জন্ম

প্ৰবল প্ৰতাপী হিমালয় পৰ্বতমালাৰ সুউচ্চ শিখৰ আৰু গুহা-গহ্বৰৰ মাজেৰে লুকা-ভাকু খেলি, অটবা অৰণ্যৰ মাজেৰে, সাৰুৱা উপত্যকা ধুৱাই বৈ আছে চিৰ প্ৰবহমান নদী গঙ্গা। হেজাৰ হেজাৰ বছৰৰ আগতে গঙ্গাৰ স্ফটিকৰ ধাৰা যেন পানী যেতিয়া পৃথিৱীলৈ বৈ আহিবলৈ ধৰিলে তেতিয়াৰেপৰা দূৰ-দূৰণিৰ ঋষি-মুনিসকল আহি এই নদীৰ পৱিত্ৰ পানীত স্নান কৰি তেওঁলোকৰ পাপমোচন কৰাবলৈ চেষ্টা কৰি আহিছে।

গঙ্গাৰ ৰ'দ জ্বল-মল পাৰত পকা চুলি আৰু দীঘল ডাড়িৰে এজন দুখীয়া বুঢ়া ব্ৰাহ্মণ সন্ন্যাসী আছিল। পুৱাৰপৰা গধূলিলৈকে তেওঁ নৈৰ পাৰৰ সোণোৱালী বালিত বহি ভগৱানৰ আৰাধনা কৰিছিল। সন্ধিয়াৰ আন্ধাৰে নৈৰ পাৰ ছাটি ধৰিলে তেওঁ একাষত থকা পৰ্ণকুটীৰটোলৈ ঘূৰি গৈছিল। তেওঁৰ নিজা কোনো পো-পৰিয়াল, সা-সম্পত্তি নাছিল। কাঠৰ ভিক্ষাপাত্ৰটোত তীৰ্থযাত্ৰীসকলে দি যোৱা দানেৰেই তেওঁ জীৱন নিৰ্বাহ কৰিছিল।

সন্ন্যাসীজনৰ কুটীৰৰ এটা গাঁতত এটা নিগনি আছিল। সন্ধিয়া ব্ৰাহ্মণজন ঘৰলৈ ঘূৰি অহাৰ পিছত গাঁতৰপৰা ওলাই আহি তেওঁৰ ভৰিৰ কাষত বহি নিগনিটোৱে ব্ৰাহ্মণজনৰ আহাৰৰ ভাগ লৈছিল। এনেকৈ প্ৰতি ৰাতি দেখাৰ পিছত ব্ৰাহ্মণজনৰ নিগনিটোৰ লগত এটা অন্তৰঙ্গ সম্পৰ্ক গঢ় লৈ উঠিল। এদিনাখন তেওঁ মৰমতে নিগনিটোক মানুহৰ দৰে কথা ক'ব পৰা শক্তিৰ অধিকাৰী হ'বলৈ বৰ দিলে। তেওঁ ভাবিলে অন্ততঃ অকলশৰীয়া সময়ত কথা পাতি সময় কটাবলৈ বন্ধু এটা হ'ব।

এদিন ৰাতি ব্ৰাহ্মণজন ঘূৰি আহিলত আনদিনাৰ দৰেই নিগনিটো গাঁতৰপৰা ওলাই আহিল। তাৰ পিছত সি নেজৰ ভৰত থিয় হৈ অকণমানি হাতোৰা দুখন যোৰ কৰি ক'লা মণিৰ নিচিনা চকুহাল চল্‌চলীয়া কৰি ক'লে, "হে প্ৰভু, আপুনি মোক কথা কোৱাৰ বৰদান দিলে। এতিয়া মোৰ দুখৰ কাহিনী শুনক।"

"দুখ!" ব্ৰাহ্মণজন অত্যন্ত আচৰিত হ'ল। কাৰণ তেওঁ ভাবিছিল মানুহৰ দৰে কথা ক'ব পৰা হোৱা বাবে নিগনিটো কৃতজ্ঞ আৰু আনন্দিত হ'ব। "অকণমানি নিগনি এটাৰনো কি দুখ থাকিব পাৰে?" তেওঁ মৰমেৰে সুধিলে।

"দেউতা!" নিগনিটোৱে কন্দনামুৱা হৈ ক'লে। "আগেয়ে মই যেতিয়া আপোনাৰ ওচৰলৈ আহিছিলো, মই বৰ ভোকত আছিলো। আপুনি নিজে নাখাই মোক খুৱাইছিল। কিন্তু এতিয়া মই খাই বৈ শকত আৰত নোদোকাটো হৈ পৰিলত মেকুৰীবোৰে মোক



দেখিলেই ধৰিবলৈ চোঁচা লয়। সিহঁতে জানে এতিয়া মোৰ মঙ্গহাল শৰীৰটো খাবলৈ বৰ জুতি লগা হ'ব। দেউতা, কোনোবা দিনা সিহঁতে মোক ধৰি খাই পেলাব বুলি বৰ ভয় লাগে। মোক এটা মেকুৰী কৰি দিব নে দেউতা? গোটেই জীৱনটো তেতিয়া মই মেকুৰীৰ ভয় নোহোৱাকৈ নিৰ্ভয়ে কটাব পাৰিম।"

নিগনিটোৰ দুখৰ কথাত মৰমিয়াল ব্ৰাহ্মণজনৰ বেয়া লাগিল। তেওঁৰ কমণ্ডলুটোৰপৰা এচলু পানী লৈ তেওঁ তাৰ মূৰত ছটিয়াই দিলে। আৰু কি আচৰিত কথা! মূৰত পানী পৰাৰ লগে লগে দেখোন নিগনিটো এটা ধুনীয়া মেকুৰী হৈ পৰিল!

আনন্দত মেকুৰীটোৱে গপতে গঙ্গাটোপ হৈ ঘোৰ্ঘোৰাবলৈ ধৰিলে। সি জানিছিল, গাঁৱৰ আন সকলো মেকুৰীতকৈ সি বুদ্ধিমান আৰু বলী। গোটেই দিনটো সি কুটীৰৰ বাহিৰে-ভিতৰে ঘূৰি খেদি খেদি নিগনি মাৰিলে।

দিনবোৰ ভালেৰেই পাৰ হৈ গৈছিল, পিছে এদিন সন্ধিয়া ব্ৰাহ্মণজন পঁজালৈ ঘূৰি আহি দেখিলে মেকুৰীটো দুখতে মি-মিয়াই একোণত কুচি মুচি বহি আছে। "কি হ'ল, কণমানি

মেকুৰীটো", তেওঁ সুধিলে, "মেকুৰীৰ জীৱন লৈ তুমি সুখী নোহোৱাঁ নেকি?"

"একেবাৰেই নহওঁ", মেকুৰীটোৱে কাতৰভাৱে ক'লে।

"কেলেই কি হ'ল?" ব্ৰাহ্মণজনে সুধিলে, "তুমি গাঁৱৰ আন মেকুৰীবোৰতকৈ জ্ঞানী আৰু বলবান নোহোৱাঁ জানো? তেনেহ'লে তুমি এই জীৱনটো লৈ দুখী কিয়?"

"এৰা, মই আন মেকুৰীবোৰতকৈ জ্ঞানী আৰু বলী। কিন্তু মই এতিয়া তাতকৈও ভয়ানক শত্ৰুৰ সন্মুখীন হ'বলগীয়া হৈছে—মই কুকুৰৰ কথা কৈছো। মোক দেখাৰ লগে লগে সিহঁতে ভুকিবলৈ ধৰে, আৰু দাঁত-মুখ কৰচি গোটেইজাক চিকাৰ কৰিবলৈ সাজু হয়। সিহঁতক দেখিলেই মোৰ বুকু ঢপ্‌ঢপায়, শৰীৰ অৱশ হৈ পৰে। কোনোবা দিনা সিহঁতে মোক ধৰি মাৰি পেলাব। দেউতা, মোক দয়া কৰক! মোক এইবাৰ এটা কুকুৰ কৰি দিয়ক। তেতিয়া মই গাঁৱৰ আনবোৰ কুকুৰৰ লগত ফেৰ মাৰিব পাৰিম।"

ব্ৰাহ্মণজনে মেকুৰীটোক বৰ ভাল পাইছিল। তাৰ কথা পেলাব নোৱাৰি তেওঁ কমণ্ডলুটোৰপৰা এচলু পবিত্ৰ পানী মূৰত ছটিয়াই তাক এটা কুকুৰ কৰি দিলে।

মনৰ আনন্দত কুকুৰটোৱে নেজ জোকাৰি জঁপিয়াবলৈ ধৰিলে। নিৰ্ভয় হৈ মুকলি মনেৰে সি দিনৰ দিনটো তাৰ গৰাকীৰ পঁজাটো পহৰা দি থাকি বেলি ডুব গৈ সন্ধিয়াৰ আন্ধাৰে আকাশখন ছাটি ধৰাৰ লগে লগে জপনামুখত বৈ ব্ৰাহ্মণজন অহালৈ আশাৰে বাট চাই থাকিছিল। ব্ৰাহ্মণজন অহাৰ পাছত তেওঁৰ ভাগৰ খোৱাবস্তুৰ ভাগ লৈয়ে সি পেট পূৰাইছিল।

কিন্তু এই নিয়ম বেছি দিন নচলিল। এদিন ধুমুহা-বৰষুণৰ ৰাতি ঘৰলৈ ঘূৰি আহি ব্ৰাহ্মণজনে দেখিলে কুকুৰটো দেখোন সদায় থকাৰ দৰে জপনামুখত বৈ থকা নাই। চিন্তিত হৈ তেওঁ ঘৰৰ ভিতৰে-বাহিৰে, গাঁৱৰ চুকে-কোণে, নৈৰ পাৰত, সকলো ঠাইতে কুকুৰটো বিচাৰি চলাথ কৰিলে; কিন্তু তাক হ'লে ক'তো নাপালে। বিমোৰ হৈ তেওঁ নিজৰ কুটীৰলৈ ঘূৰি আহি চাকিটো বিচাৰি লৈ জ্বলালে। তাৰ পিছত কি হ'ল জানানে? চাকিৰ টিমিক্ ঢামাক্ পোহৰত ব্ৰাহ্মণজনে দেখিলে কুকুৰটো দেখোন ঘৰৰ একেবাৰে অন্ধকাৰ কোণ এটাত জুপুকা লাগি বহি বেজাৰ মনেৰে কুঁ কুঁৱাই আছে। "বোপাই, তোমাৰ গাটো ভাল নহয় নেকি?" ব্ৰাহ্মণজনে মৰমেৰে কুকুৰটোৰ গাত হাত ফুৰাই সুধিলে। "আহাঁ বোপাই, মোৰ ওচৰতে বহি কিবা অকণমান খাই লোৱাঁ। তাৰ পিছত কি হ'ল ক'বা", তেওঁ ক'লে।

"কুকুৰৰ জীৱনটোও একো বেয়া নহয়; কিন্তু দেউতা, এতিয়া মোৰ ভোকটোও বাঢ়ি গ'ল। আপোনাৰ পাতৰ এৰেহাখিনিৰে এতিয়া মোৰ পেট ভৰাই টান। "দেউতা", কুকুৰটোৱে কাকূতি কৰি ক'লে, "মই যদি হাবিত এটা বান্দৰ হৈ থাকিব পাৰিলোহেঁতেন! তেতিয়া গোটেই দিনটো বিভিন্ন মিঠা ফল আৰু ৰসাল জামু খাই থাকিবলৈ কিমান মজা লাগিলহেঁতেন! ভোকনো কি বস্তু গমেই নাপালোহেঁতেন।" মনৰ বেজাৰতে ব্ৰাহ্মণৰ ভৰিত লেটি লৈ সি কান্দিবলৈ ধৰিলে।

কিছু পৰ চকু মুদি বুঢ়া ব্ৰাহ্মণজনে মনে মনে ভাবিলে, “মই হ'লো এজন বুঢ়া বামুণ, লঘোণে ভোকে থকাত অভ্যস্ত। কিন্তু মোৰ এই অকণমানি বন্ধুটোৱেনো মোৰ লগতে কেলেই কষ্ট পাব লাগিছে!” তেওঁৰ মৰমিয়াল অন্তৰখন কৰুণাৰে ভৰি পৰিল, আৰু মন্ত্ৰ এটা মতাৰ লগে লগে ভেল্কীবাজিৰ দৰে কুকুৰটোৱে যি বিচাৰিছিল সেয়ে হ'ল—সি এটা বান্দৰত পৰিণত হ'ল।

আনন্দত আত্মহাৰা হৈ জাঁপ মাৰি কুটীৰৰ বাহিৰলৈ ওলাই বান্দৰটোৱে হাবিলৈ লৰ মাৰিলে। “আঃ! হাবিৰ মুকলি জীৱন কিমান যে ভাল লাগিব!” দীঘলকৈ উশাহ লৈ গা জুৰ পেলোৱা হাবিৰ মুকলি বতাহ সেৱন কৰি সি ভাবিলে আৰু গছে গছে জঁপিয়াই নেজডালেৰে গছৰ ডালত মেৰিয়াই ধৰি হেপাহ পলুৱাই বিভিন্ন সুস্বাদু ফল আৰু ৰসাল জামু খাই ফুৰিলে। হাবিখন আন্ধাৰে ছাটি ধৰিলত সি পৰম আনন্দত চকু মুদি শুই পৰিল। এইদৰেই সি হাবিত মনৰ সুখত দিন কটাবলৈ ধৰিলে।

কিন্তু বান্দৰটোৰ সুখৰ দিনৰ অন্ত পৰিল। জহকালি অহাৰ লগে লগে বতৰ গৰম হৈ আহিবলৈ ধৰিলে। গছৰ পাত সৰি লঠঙা হ'ল আৰু জুৰিবোৰো শুকাই গ'ল। গৰমত বেচেৰা বান্দৰটোৰ গা পুৰিবলৈ ধৰিলে। পিয়াহত তাৰ অণ্ঠ-কণ্ঠ শুকাই গ'ল। এদিন পাত নোহোৱা শুকান লঠঙা গছ এজোপাৰ ডালত বহি সি তললৈ চাই দেখিলে হোলা এটাৰ শীতল পানীত কেইটামান মেথোন সাঁতুৰি-নাদুৰি আছে। “অঃ! সিহঁত কিমান ভাগ্যৱান! মনৰ সুখত সিহঁতে কেনে আৰামত গা শাঁত পেলাইছে! আৰু এইফালে মই গৰমত সিজি পিয়াহত আতুৰ হৈছো”, সি মনে মনে ভাবিলে।

আকৌ এবাৰ বেলি মাৰ যোৱাৰ লগে লগে সি ব্ৰাহ্মণজনৰ কুটীৰলৈ গৈ জপনামুখত তেওঁ অহালৈ বাট চাই বহি থাকিলগৈ। ঘৰলৈ ঘূৰি আহি বাহিৰতে বান্দৰটোক দেখি ব্ৰাহ্মণজনে মিচিকিয়াই হাঁহি ক'লে : “কিহেঁ বন্ধু, অৱশেষত তেনেহ'লে তোমাৰ পুৰণা বন্ধুলৈ মনত পৰিল। আহাঁ, ভিতৰলৈ আহি মোক হাবিত কটোৱা তোমাৰ সুখী বান্দৰ জীৱনৰ দিনবোৰৰ কথা কোৱাঁহি।”

“হাবিত থাকি পকা ফল-মূল খাই মই ভালেই পাইছো, দেউতা! কিন্তু গৰমকালি বান্দৰ হৈ থকাটো বৰ কষ্টকৰ”, বান্দৰটোৱে অভিযোগৰ সুৰত ক'লে। “সূৰ্যৰ প্ৰখৰ তাপে মোৰ পিঠি পুৰি নিয়ে। ছাঁ দিয়া গছবোৰ পাত সৰি টকলা হৈ গৈছে। জান-জুৰিবোৰো শুকাই গ'ল। ৰ'দৰ তাপত মোৰ জিভাখন শুকাই যায়, আৰু এনে লাগে যেন মই পিয়াহতে মৰি থাকিম। দেউতা, মেথোন হৈ হোলাৰ শীতল, বোকা পানীত খেলি গাত জুৰ ল'বলৈ কিমান যে ভাল লাগিব; মই আৰু তেতিয়া কেতিয়াও গৰমৰ যাতনা সহিবলগীয়া নহ'ব।”

বান্দৰটোৰ কষ্টৰ কথা শুনি ব্ৰাহ্মণজনৰ অন্তৰত আকৌ দয়া উপচি পৰিল। “আহাঁ বোপাই, কুটীৰৰ ভিতৰলৈ আহাঁ। গঙ্গাৰ পৱিত্ৰ পানীৰে তোমাক গা ধুৱাই মই তোমাৰ মনোকামনা পূৰ্ণ হ'বৰ কাৰণে প্ৰাৰ্থনা কৰিম”, তেওঁ ক'লে। তাৰ অলপ পিছতে

ব্ৰাহ্মণজনৰ কুটীৰৰপৰা এটা প্ৰকাণ্ড মেথোন ওলাই হাবিৰ ফালে গুছি গ'ল।

গোটেই জহকালিটো মেথোনটোৱে হোলাৰ বোকা পানীতে সাঁতুৰি-নাদুৰি জুৰ লৈ থাকিল। গৰমৰপৰা ৰক্ষা পাই মনৰ আনন্দতে সি ভাবিলে এইবাৰ অৱশেষত সি সুখৰ সন্ধান পালে।

গৰমৰ প্ৰখৰতা কমি গৈ সোনকালেই বৰষুণ আহিল, আৰু পানীৰ অভাৱত শুকাই ফাট মেলা ধৰিত্ৰীৰো বুকুত প্ৰাণৰ সঞ্চাৰ হ'ল। জান-জুৰিবোৰ পানীৰে উপচি পৰিল। শুকান গছবোৰত সেউজীয়া পাতে কোঁহ মেলিলে আৰু গছে-গছে ফুলে পাহি মেলিলে। ডালে-ডালে জঁপিয়াই চৰায়ে আনন্দৰ গীত গালে। বাৰিষাৰ আগমনত উলাহতে ম'ৰাই পেখম ধৰি নাচিলে।

প্ৰকৃতিৰ সৌন্দৰ্যত সকলো উৎফুল্লিত হ'ল। এনে আনন্দমুখৰ পৰিবেশত বন্ধু-বান্ধৱক লগত লৈ সেই ৰাজ্যৰ ৰজা চিকাৰলৈ বুলি প্ৰকাণ্ড হাতী এটাৰ পিঠিত উঠি হাবিলৈ গ'ল। হাতীটোৰ ডিঙিত বন্ধা সোণৰ শিকলিত লগোৱা জুনুকাৰ জুন্‌জুননি গোটেই হাবিখনতে প্ৰতিধ্বনিত হৈছিল। চিকাৰ বিচাৰি গৈ হোলাটোৰ ওচৰ পাই তাত সাঁতুৰি থকা মেথোনবোৰ দেখি ৰজাই ধনু-কাঁড় উলিয়াই লৈ বিহ সনা কাঁড় এপাত মাৰি পঠিয়ালে। হাবিৰ গছ-গছনিৰ মাজেৰে বিজুলী সঞ্চাৰে গৈ কাঁড়পাতে পানীত সাঁতুৰি থকা মেথোন এটাৰ পেটত শালি ধৰি তাক থিতাতে মাৰি পেলালে। এই কাণ্ড দেখি নতুন মেথোনটোৱে বৰ ভয় খালে। ততাতৈয়াকৈ পানীৰপৰা উঠি সি আকৌ ব্ৰাহ্মণজনৰ ঘৰৰ বাট ল'লে। ব্ৰাহ্মণজন সন্ধিয়া ঘৰলৈ ঘূৰি আহিলত সি তেওঁৰ ভৰিৰ কাষত আঁঠু লৈ উচুপিবলৈ ধৰিলে।

"পৰম পূজনীয় দেউতা, আপোনাৰ আশীৰ্বাদৰ গুণতহে আজি মই বিহ কাঁড়ৰ খোঁচ খাই মৰাৰপৰা বাচিলো। কাঁড়ৰ খোঁচত মোৰ লগৰ মেথোন এটা আজি ঠাইতে সিপুৰী পালেগৈ। মোক মেথোনৰ এনে বিভীষিকাময় জীৱনৰপৰা উদ্ধাৰ কৰি এটা শক্তিশালী হাতী কৰি দিয়ক। তেতিয়া মই ডিঙিত সোণৰ জুনুকা ওলোমাই ৰজাক পিঠিত বহুৱাই সসন্মানে ঘূৰি ফুৰিব পাৰিম", মেথোনটোৱে অনুনয় কৰি ক'লে।



আগৰ দৰেই ব্ৰাহ্মণজনে তাৰ মনোকামনা পূৰণ কৰি দিলে। ক'লা কিচ্‌কিচীয়া গাৰ ছাল আৰু চক্‌চকীয়া বগা এযোৰ দাঁতেৰে ৰাজসিক গাম্ভীৰ্যপূৰ্ণ এটা হাতী গহীন খোজেৰে হাবিলৈ গুছি গ'ল।

বসন্তৰ আন এটা সুন্দৰ পুৱা তেওঁৰ ৰাজকীয় হাতীটোত উঠি ৰজা আকৌ এবাৰ হাবিলৈ আহিল। এইবাৰ ৰজাৰ লগত আছিল



বিতোপন উজ্জ্বল আ-অলঙ্কাৰেৰে বিভূষিতা তেওঁৰ ৰাণীগৰাকী। হাবিত থকা হাতীটোৱে আচৰিত হৈ ৰাণীৰ ফালে চাবলৈ ধৰিলে। তাৰ ৰাণীলৈ বৰ হিংসা লাগিল। "ৰাণী হৈ এনেকৈ ৰজাৰ কাষত বহি ৰাজকীয় হাতীত উঠি যাবলৈ কিমানযে ভাল লাগিব!" সি মনে মনে ভাবিলে। "কঢ়িয়াই নিয়া মানুহ লাগিলে ৰজা-ৰাণীয়েই হওক, সাধাৰণ হাতী এটা হৈ পিঠিত মানুহ বহুৱাই ঘূৰি ফুৰাটো একো সন্মানৰ কথা হ'ব নোৱাৰে। তাতকৈ মই ৰাণী হৈ সাজি কাচি ৰজাৰ কাষতে ৰাজকীয় হাতীৰ পিঠিত বহিবলৈ পালেহে বেছি ভাল পাম।"

সেইদিনা সন্ধিয়া ঘূৰি আহি ব্ৰাহ্মণজনে দেখিলে হাতীটো দেখোন আকৌ ধুমুহাৰ দৰে তেওঁৰ পঁজাৰ ফালে আহিছে। কিন্তু তেওঁ মনতে ঠিক কৰিলে যে এই অসন্তোষীয়া প্ৰাণীটোৱে যদি এইবাৰ আকৌ কিবা বিচাৰে তেন্তে তেওঁ নিজৰ ঐশ্বৰিক শক্তি শেষবাৰলৈহে প্ৰয়োগ কৰিব।

ব্ৰাহ্মণক দেখি হাতীটোৰ চকুপানী ওলাবলৈ ধৰিলে। সি উচুপি উচুপি ক'লে, "দেউতা, শেষবাৰৰ কাৰণে মোক এটা বৰ দি কৃপা কৰক। ৰজা-ৰাণীক পিঠিত কঢ়িয়াই ফুৰিবলৈ পালেও মই যি বুজিছো হাতী হোৱাটো একো গৌৰৱৰ কথা নহয়। মোক এগৰাকী ৰাণী কৰি দিয়কচোন, তেতিয়া মই ৰজাৰ লগত ৰাজকীয় হাতীৰ ওপৰত বহি যাব পাৰিম।"

"অঁকৰা, মই তোমাক কেনেকৈ ৰাণী কৰি দিম? ৰাণীৰ কাৰণে ৰজা আৰু ৰজাৰ কাৰণে ৰাজ্য মই ক'ত পাম? এটা মাত্র কাম মই কৰিব পাৰোঁ—তোমাক ধুনীয়া ছোৱালী এজনী কৰি দিব পাৰোঁ। তাৰ পিছত ভাগ্যত থাকিলে কোনোবা ৰজাক মুগ্ধ কৰি তুমি তেওঁৰ ৰাণী হ'ব পাৰিবা", ব্রাহ্মণজনে ক'লে। তাৰ পিছত তেওঁ হাতীটোৰ ওপৰত মন্ত্রপূত পানী ছটিয়াই তাক গভীৰ ক'লা চকু আৰু কিচ্‌কিচীয়া ক'লা দীঘল চুলিৰে এজনী দিপ্‌লিপ্ ধুনীয়া ছোৱালীলৈ ৰূপান্তৰ কৰিলে।

অলপদিনৰ পিছত কাৰ্তিক পূর্ণিমাৰ উৎসৱৰ দিন উপস্থিত হ'ল। সেইদিনা নৈ, পৰ্বত অতিক্ৰমি মন্দিৰৰ ঘণ্টাৰ ধ্বনি দশোদিশে প্ৰতিধ্বনিত হ'ল। উৎসৱৰ দিনা বেলি ওলোৱাৰ লগে লগে উঠি ধুনীয়া ছোৱালীজনীয়ে গা-পা ধুই গাত সুগন্ধি তেল ঘঁহিলে আৰু নিজকে ফুলেৰে সজাই পৰাই পূজা কৰিবলৈ বুলি মন্দিৰৰ ফালে ঢাপলি মেলিলে। মন্দিৰৰ দুৱাৰমুখ পাই তাই ৰজাক হাতীৰপৰা নমা দেখিবলৈ পালে। লৰালৰিকৈ তাই নদীলৈ গৈ পানী আনি আলফুলে ৰজাৰ ভৰি ধুৱাই দিলে। তাইৰ ৰূপত মোহ গৈ ৰজাই সুধিলে, "হে সুন্দৰী, তুমি কোন? ক'ত থাকাঁ?"

"মই এজন দুখীয়া ব্রাহ্মণৰ ছোৱালী। আমি নৈৰ কাষৰ পঁজা এটাত থাকোঁ", তাই লাজ লাজকৈ উত্তৰ দিলে।

"মোক তোমাৰ দেউতাৰাৰ ওচৰলৈ লৈ ব'লা। মই তোমাক বিয়া কৰাই মোৰ ৰাণী কৰি ল'ব খোজোঁ", ৰজাই ক'লে। আনন্দত অধীৰ হৈ তাই ৰজাক ব্রাহ্মণৰ কুটীৰলৈ লৈ গ'ল। দুয়োকে আশীৰ্বাদ দি ব্রাহ্মণে ৰজাক ছোৱালীজনী বিয়া কৰাবলৈ অনুমতি দিলে।

বিয়াৰ দিনা ৰাজ্যত আনন্দৰ ধুম উঠিল। ৰাণীয়ে সোণালী ৰঙৰ সূতাৰে কাম কৰা এযোৰ আটক্-ধুনীয়া কাপোৰ পিন্ধিলে। মূৰত মৰকত মণিৰ মুকুট আৰু ডিঙিত বহুমূলীয়া মুকুতাৰ হাৰ পিন্ধি তেওঁ মহা আড়ম্বৰেৰে ৰজাৰ কাষত সোণৰ সিংহাসনত বহিলগৈ। কাৰেঙৰ তিৰোতাসকলে বিয়ানাম গাই ৰাজ দম্পতীৰ ওপৰত গোলাপৰ পাহি আৰু চাউল ছটিয়ালে। সঙ্গীতৰ মূৰ্চ্ছনা আৰু ঢোলৰ ছেৱেৰে আকাশ-বতাহ মুখৰিত হ'ল। বিয়াৰ শোভাযাত্ৰা চাবলৈ ল'ৰা, বুঢ়া সকলো ঘৰৰ ছাল, গছ যেয়ে যতে পাৰে উঠি ল'লেগৈ। ইফালে ৰজা-ৰাণী দুয়ো হাতীত উঠি ৰাজপথেৰে সেউজীয়া উপত্যকাখনৰ সিপাৰে থকা হাতীদাঁতৰ কাৰেঙলৈ বুলি যাত্ৰা কৰিলে।

তেওঁৰ সকলো সপোন পূৰ্ণ হোৱাৰ আনন্দত ৰাণীৰ সুখৰ সীমা নাছিল। কিন্তু এনিশা ৰজা যেতিয়া সোণৰ পালেঙত শুই আছিল, ৰাণী মনে মনে উঠি কাৰেঙৰ বাহিৰলৈ ওলাই গৈ ৰাজ উদ্যান পালেগৈ। উদ্যানৰ সৰোবৰৰ জোনাকত জলমলাই থকা পানীত তেওঁৰ নিজৰ প্ৰতিবিম্ব চাবৰ মন গ'ল। কিন্তু হায়! অলপ হাউলি স্ফটিকৰ ধাৰ যেন ফট্‌ফটীয়া সৰোবৰৰ পানীত মুখ চাবলৈ চেষ্টা কৰোঁতেই ভৰি পিচলি ৰাণী পানীত পৰি গ'ল। তাৰ পিছত



আৰু কোনেও সেই ধুনীয়া ৰাণীগৰাকীক আকৌ দেখিবলৈ নাপালে। ৰাজ্যত শোকৰ ছাঁ পৰিল। দুখত ম্ৰিয়মান ৰজা তেওঁৰ সকলোতকৈ বেগী ঘোঁৰাটোত উঠি ব্ৰাহ্মণৰ পঁজা পালেগৈ।

ৰজাক দেখি ব্ৰাহ্মণে মিচিকিয়াই হাঁহিলে। কাৰণ তেওঁ ৰজা তেওঁৰ ওচৰলৈ ঢপলিয়াই অহাৰ কাৰণ বুজিব পাৰিছিল।

"হে মহাৰাজ, আপুনি আজি কিয় আহিছে মই জানো", তেওঁ ক'লে। "আপোনাৰ মৰমৰ হেৰাই যোৱা ৰাণীগৰাকী আচলতে মোৰ এই সাধাৰণ পঁজাটোত থকা এটা সামান্য নিগনিহে আছিল। মৰমতে মই তাক আশীৰ্বাদ দি ক্ৰমে মেকুৰী, কুকুৰ, বান্দৰ, মেথোন, হাতী আৰু এজনী ধুনীয়া ছোৱালী কৰি দিছিলো। সেই ছোৱালীজনীয়েই শেষত আপোনাৰ ৰাণী হৈছিলগৈ। কিন্তু ৰাণী হোৱাৰ পিছতো তেওঁ পোৱাখিনিকে লৈ সন্তুষ্ট থাকিব নাজানিছিল, সদায় আৰু বেছি লাগিছিল। জোনাকত কাৰেঙৰ সৰোবৰৰ দৰ্পণ যেন পানীত নিজৰ প্ৰতিবিম্ব চাবলৈ যাওঁতে তেওঁৰ পানীত পৰি মৃত্যু হ'ল। কিন্তু হে মহাৰাজ, আপুনি দুখ নকৰিব। মই তেওঁক অমৰ কৰি তুলিম। তেওঁৰ শৰীৰৰপৰা চিৰদিন সময়ৰ সোঁতত ফুলি থকা এপাহ ধুনীয়া ফুল ফুলিব। ফুলপাহ সদায় পুৱাৰ সুৰুযৰ ৰাঙলী কিৰণে মিঠা চুমাৰ পৰশেৰে পাহি মেলি জগোৱাৰ অপেক্ষাত ৰৈ থাকিব। ফুলপাহৰ নাম হ'ব 'পদুম'। তাৰ পিছত কেতিয়াবা সৰোবৰৰ পাৰত থিয় হ'লে এনে লাগিব যেন কোনোবাই ফুচ্‌ফুচাই কৈছে :

"পথিক হেৰা, ক্ষন্তেক জিৰণি লৈ শুনা মোৰ কথা। জানিবা হ'ব সুখপ্ৰাপ্তি, যদি হয় তোমাৰ থকাতে সন্তুষ্টি। দুখ-শোক সকলোৰে হ'ব অৱসান, পদুমপাহিত যেন নিয়ৰৰ টোপাল।"

*সাধু মোৰ শেষ হ'ল,*
*ৰঙা বেলি মাৰ গ'ল;*
*নীৰৱ গধূলি আহিল নামি,*
*জাপ খালে ফুলৰ কোমল পাহি।*

*সন্ধিয়াৰ ছাঁয়া আহিছে বগাই,*
*গছৰ ডালত শুইছে চৰাই;*
*তিৰবিৰ তিৰবিৰ তৰা আকাশত,*
*ধৰণীয়ে মেলে যেন চকু আবেশত।*

*লুকাই থকা জোন আহিছে ওলাই,*
*ৰাতিৰ বোকোচাৰে বগুৱা বাই;*
*ৰাতি যে এতিয়া হ'ল বহুত গভীৰ,*
*আহাঁ সোণ বুকুলৈ মিঠা টোপনিৰ।*



# নাগৰাজৰ মুকুট

অৰ্জুন নামৰ এজন ৰাজকুমাৰ আছিল। তেওঁ বৰ অকলশৰীয়া আছিল। আন ৰাজ্যৰপৰা বহুত দূৰত এটা শান্ত উপত্যকাৰ এখন সৰু ৰাজ্যত তেওঁ বাস কৰিছিল। তেওঁৰ এজনেই মাত্ৰ লগৰীয়া আছিল—ৰাজকাৰেঙৰ মালীৰ পুতেক আনন্দ। খেলা-ধূলা, খোৱা-শোৱা, হঁহা-কন্দা সকলো কামতে, সকলো সময়তে তেওঁলোক এজন আনজনৰ লগ আছিল। আনকি, দুয়ো একেলগে একেই পৰীৰ দেশৰ সপোন দেখিছিল।

এদিনাখন খেলি থাকোঁতে আকাশত দূৰৰ পৰ্বত পাৰ হৈ পৃথিৱীৰ সিমূৰলৈ উৰি গৈ থকা ডাৱৰবোৰ দেখি তেওঁলোকৰ মনত এটা গোপন আশা জাগি উঠিল।

"আনন্দ, আমি দুয়ো যদি ডাৱৰৰ লগে লগে দূৰৰ নীলা আকাশ পাৰ হৈ পৰ্বতৰ সিপাৰে থকা দেশখন চাবলৈ যাব পাৰিলোহেঁতেন, কিমান যে ভাল লাগিলেহেঁতেন, নহয়নে বাৰু?" ভাৱত বিভোৰ হৈ অৰ্জুনে ক'লে।

আনন্দই উত্তৰ দিবলৈ এক মুহূৰ্তও সময় নল'লে : "তোমাৰ শক্তি আছে। আৰু মই হ'লো নিৰ্ভীক। ব'লা, আমি উৰণীয়া ডাৱৰবোৰ অনুসৰণ কৰি এই উপত্যকাখন পাৰ হৈ পৰ্বত বগাই গৈ সিপাৰে কি আছে চাওঁগৈ।"

পিছদিনা, পৰ্বতটোৰ সিপাৰৰপৰা পুৱাৰ সূৰুযে ভুমুকি মৰাৰ বহুত আগতে, কাৰেঙৰ ৰখীয়াবোৰ শুই থাকোঁতেই দুই বন্ধু চুপে চাপে গৈ ঘোঁৰাশাল পালেগৈ। কোনো সাৰি শব্দ নোহোৱাকৈ তাৰপৰা আটাইতকৈ বেগী ঘোঁৰা দুটা উলিয়াই লৈ তেওঁলোক কাৰেঙৰ মুখ্য দুৱাৰ পাৰ হৈ নগৰৰ চাৰিবেৰৰ বাহিৰলৈ ওলাই গ'ল।

বায়ুবেগী ঘোঁৰা দুটাই তৎক্ষণাৎ তেওঁলোকক শ শ মাইল দূৰলৈ লৈ গ'ল। অৱশেষত তেওঁলোক গৈ এলানি ওখ পৰ্বতৰ নামনিত সেউজীয়া ঘাঁহনিৰে ঢকা এখন উপত্যকা পালেগৈ। পৰ্বতৰ অকোৱা-পকোৱা বাটেৰে তেওঁলোক যিমানে ওপৰলৈ উঠি গ'ল সিমানে পৰ্বতটো আৰু ওখ, আৰু থিয়, আৰু শিলাময় হৈ গৈ থাকিল। তথাপি তেওঁলোক ওপৰলৈ গৈয়ে থাকিল। হঠাৎ তেওঁলোকৰ ভৰিৰ তলৰ মাটি এক গভীৰ ছাঁয়াঘন অৰণ্যৰ মাজত হেৰাই গ'ল। সেই অটব্য অৰণ্যখনত বাঘ, ভালুক নিৰ্ভয়ে মুকলি মনেৰে ঘূৰি ফুৰিছিল। সিহঁতক বাট ভেটা দি ধৰাৰ সাহস কাৰোৰেই নাছিল।

অৰ্জুনৰ অলপ ভয় লাগিল। "আনন্দ, এনে ঘোপ মৰা অন্ধকাৰ! ৰাতি হাবিখন বেছ জয়াল হৈছে। ঘোঁৰাহাল এজোপা গছত বান্ধি থৈ আমি ওপৰলৈ উঠি গৈ গছৰ ডালতে ৰাতিটো কটাওঁ ব'লা", তেওঁ ক'লে।

অলপ পিছতে তেওঁলোক পদুমফুলেৰে ভৰা এটা নীলা সৰোবৰৰ পাৰত ঘোঁৰাৰপৰা নামিল। ওখ ওখ সেউজীয়া গছে সৰোবৰটো ঘেৰি আছিল। হাতত সাৰে ভৰিত সাৰে তেওঁলোকে ঘোঁৰাৰপৰা নামি আটাইতকৈ ওখ গছজোপা বিচাৰি লৈ তাতে ঘোঁৰাহাল বান্ধিলে আৰু নিঃশব্দে একেবাৰে ওপৰৰ ডালটোলৈ উঠি গ'ল। সোনকালেই তেওঁলোকক গভীৰ টোপনিয়ে আঁকোৱালি ল'লে।

মাজনিশা এটা ভয়ানক শব্দই অৰণ্যৰ নীৰৱতা ভঙ্গ কৰিলে। এনেহে লাগিল যেন হাজাৰ হাজাৰ সাপে খণ্ডতে ফোঁচফোঁচাইছে! তাৰ পিছত মাজনিশাৰ আকাশত শ শ সূৰ্য একেলগে জিলিকি উঠাৰ দৰে এটা তীব্ৰ পোহৰে অন্ধকাৰ আঁতৰাই হাবিখন পোহৰাই তুলিলে। সেই চকু চাট্ মাৰি ধৰা পোহৰত থক্‌মক্‌কৈ সাৰ পাই অৰ্জুন আৰু আনন্দ পোন হৈ বহিল। অবাক বিস্ময়ত তললৈ চাই তেওঁলোকে দেখিলে সৰোবৰৰ পানীৰপৰা এটা বিয়াগোম ক'লা সাপ উঠি আহিছে। তাৰ চিক্‌চিকীয়া ক'লা ফণাটোৰ মাজতে এটা উজ্জ্বল মণি জিলিকি আছিল।

ৰাজকীয় গাম্ভীৰ্যৰে সাপটোৱে তাৰ মণিশোভিত ফণা ইফালে সিফালে ঘূৰাই সকলো বস্তুৰে ওপৰত বিষদৃষ্টি পেলাই যাবলৈ ধৰিলে। এটাৰ পিছত এটাকৈ মেৰ খুলি তাৰ ক'লা কিচ্‌কিচীয়া গাটো লাহে লাহে পানীৰ ওপৰলৈ তুলি সি আটাইতকৈ ওখ গছজোপাৰ ফালে আগবাঢ়িল। একে গৰাহতে সি গছজোপাৰ গুৰিত বান্ধি থোৱা ঘোঁৰা দুটা গিলি পেলালে। তাৰ পিছত সি ফণাটো তললৈ নমাই উজ্জ্বল মণিটো গছৰ গুৰিত পেলাই দিলে আৰু অকোৱা-পকোৱা গতিৰে বেগাই হাবিৰ একেবাৰে সিটো মূৰলৈ গুচি গ'ল। যাওঁতে সি বাটত যি পালে তাকে মহটিয়াই গিলি খাই গ'ল।

গোটেই ঘটনাটো দেখি অৰ্জুন শিহৰি উঠিল; কিন্তু আনন্দ উত্তেজিত হ'ল। উত্তেজনাত তাৰ চকুহাল চমকিবলৈ ধৰিলে। "চোৱাঁ অৰ্জুন", তেওঁ ফুচ্‌ফুচাই ক'লে, "তলত সৌৱা ধূলিত সাপৰ মণিটো জিলিকি আছে। সেই মণিটো সাত ৰাজ্যৰ ৰজাৰ মাণিকৰ সমান হ'ব। যিয়েই নহওক লাগে, আমি সেই মণিটো ল'বই লাগিব।"

চকুৰ পলকতে আনন্দ জাঁপ মাৰি গছৰপৰা নামিল। লৰালৰিকৈ তেওঁ তৰোৱালখনেৰেই মাটিত এটা গাঁত খান্দিলে। তাৰ পিছত মণিটো বুটলি লৈ গাঁতত ভৰাই ভৰিৰেই মাটি দি গাঁতটো পুতি পেলালে। সেই বিশেষ ঠাইটুকুৰাৰ চিন নেহেৰাবৰ কাৰণে তেওঁ তাত তৰোৱালখনকে খোঁচ মাৰি থৈ দিলে। তাৰ পিছত তেওঁ ততাতৈয়াকৈ আকৌ গছত উঠি অৰ্জুনৰ কাষত নিজৰ ঠাইত বহি থাকিলগৈ।





বেলি ডুব যোৱাৰ লগে লগে যেনেকৈ দিনৰ পোহৰ ম্লান হৈ যায়, ঠিক তেনেকৈয়ে মণিটো পুতি পেলোৱাৰ পিছত হাবিখনো আকৌ অন্ধকাৰত বিলীন হৈ গ'ল। ঘোৰ অন্ধকাৰে হাবিখন ছাটি ধৰি পৰিবেশটো আকৌ জয়াল কৰি তুলিলে। ইফালে ফণাৰপৰা নেজলৈকে খঙত জ্বলি, আন্ধাৰত ৰঙা পদ্মৰাগ মণিৰ দৰে জিলিকা চকুদুটাৰে অদমনীয় সাপটো ফোঁচফোঁচাই গছজোপাৰ কাষলৈ আকৌ ঘূৰি আহিল। নেজ কোবাই কোবাই সি মূৰৰ মণিটো বিচাৰি গছজোপাৰ চাৰিওফালে ঘূৰিবলৈ ধৰিলে। খঙৰ ভমকত সি নেজেৰে গছজোপাত, মাটিত কোবাবলৈ ধৰিলে। তাৰ পিছত নিজৰ গাটো সহস্ৰ গাঁঠিত মেৰিয়াই বিয়াগোম মুখখন বহলকৈ মেলি নিজৰ নেজডালকে গিলি পেলালে। এইবাৰ মূৰটোৱে পুতি থোৱা তৰোৱালখনত কোবোৱাৰ লগে লগে সি কাটি দুটুকুৰা হ'ল।

ভয় আৰু বিস্ময়ত ইটোৱে সিটোক সাবটি অৰ্জুন আৰু আনন্দ গছৰ ওপৰতে শিলৰ মূৰ্তিৰ দৰে বহি ৰ'ল। পুৱাৰ প্ৰথম পোহৰে সেই ভয়ানক ৰাতিটোৰ অন্ধকাৰ নাশ নকৰালৈকে তেওঁলোক তেনেকৈয়ে নিজৰ প্ৰতিটো উশাহৰ শব্দ শুনি শুনি বহি থাকিল। বুকুত জীৱটো বান্ধি ভয়ে ভয়ে তললৈ চাই আনন্দই দেখিলে নিৰ্জীৱ সাপটোৰ লেউ-সেউ দেহটো বিষাক্ত তেজৰ ডোঙাত লুতুৰি-পুতুৰি হৈ পৰি আছে।

কেই মুহূৰ্তমানৰ কাৰণে দুয়োৰে মুখৰ মাত হৰিল। তাৰ পিছত ৰঙতে কিৰিলি পাৰি আনন্দ জাঁপ মাৰি গছৰপৰা নামিল আৰু পুতি থোৱা ঠাইৰপৰা মণিটো উলিয়াই অৰ্জুনৰ হাতৰ মুঠিত দিলে : "বন্ধু, এয়া সাত ৰাজ্যৰ মাণিক তোমাৰ হাতৰ মুঠিত লোৱাঁ! ব'লা, আমি সৰোবৰৰ পানীত মণিটো ধোওঁগৈ; তেতিয়া মণিটো দুপৰীয়াৰ সূৰ্যৰ দৰে জিলিকিব!" উলাহতে আগে আগে সৰোবৰৰ ফালে দৌৰি আনন্দই কৈ গ'ল।

মণিটো টানকৈ মুঠি মাৰি ধৰি অৰ্জুনে যেতিয়া পানীত হাত জুবুৰিয়ালে তেতিয়াও তেওঁৰ চকুৰপৰা আগনিশাৰ বিভীষিকাৰ চিন যোৱাই নাছিল। কিন্তু কি আচৰিত! হাতটো পানীত জুবুৰিওৱাৰ লগে লগে দেখোন মণিখচিত কাঁড়ৰ নিচিনা এডাল সোণৰ জখলা পানী ফালি ওপৰলৈ ওলাই আহিল! এক মায়াবী শক্তিৰ প্ৰভাৱতহে যেন দুয়ো বন্ধুৰ ভৰি আপোনা-আপুনি দাং খালে আৰু তেওঁলোক জখলাডালেৰে সৰোবৰৰ অনন্ত তলিলৈ নামি যাবলৈ ধৰিলে। হঠাতে তেওঁলোক এক ডাঠ ৰূপোৱালী কুঁৱলীৰ বেহুত সোমাই পৰিল। আচৰিত হৈ তেওঁলোক নিশ্চলভাৱে ৰৈ থাকিল। অৱশেষত লাহে লাহে সেই কুঁৱলীৰ মায়াজাল আঁতৰি গ'ল আৰু তেওঁলোকৰ সন্মুখত ৰামধেনুৰ দৰে জক্‌মকাই থকা এটা মুকুতাৰ প্ৰাসাদ ওলাই পৰিল।

বিস্ময় আৰু উত্তেজনাত অধীৰ হৈ অৰ্জুন আৰু আনন্দ দৌৰি প্ৰাসাদটোলৈ আগুৱাই গ'ল। মুকুতাৰে বন্ধা দুৱাৰডলি পাৰ হৈ তেওঁলোকে পোৱালমণিৰ বাৰান্দাৰে গৈ বিভিন্ন ৰত্নখচিত কোঠালিবোৰ চাবলৈ ধৰিলে। প্ৰাসাদটোৰ নিস্তব্ধ বতাহত ছাঁইবৰণীয়া

মুকুতাৰ দৰে এটা গোমোঠা ভাব আছিল। তেওঁলোক কেনি আহিল? কোন সৰোবৰৰ তলিলৈ? পৃথিৱীৰ কোন অজানা প্ৰান্তলৈ? দুয়ো মনে মনে ভাবিলে।

হঠাতে এখন সৰু সোণৰ দুৱাৰ আনন্দৰ চকুত পৰিল। দুৱাৰখনত এটা বাখৰখটোৱা চাবি ওলমি আছিল। তেওঁ খিৰিককৈ চাবিটো ঘূৰাই দিয়াৰ লগে লগে দুৱাৰখন খোল খাই গ'ল। ভিতৰফালে কোঠাটোৰ মাজত এটা মস্ত ডাঙৰ শামুকৰ খোলাত মুকুতাৰে গঁথা সাজ পিন্ধা এজনী ধুনীয়া ছোৱালী বহি আছিল। অনন্ত টোপনিৰ আৱেশত তেওঁৰ চকুৰ পতা গধুৰ হৈ আছিল, আৰু শেঁতা পৰা মুখখনত জোনাকে ধুৱাই যোৱা পদুম ফুলৰ দৰে এক স্নিগ্ধ সৌন্দৰ্য বিয়পি আছিল। ভৰিলৈকে পৰা কিচ্কিচীয়া ক'লা চুলিটাৰিয়ে যেন ক'লা মুকুতাৰ মালাহে গাঁথি থৈছিল, আৰু তেওঁৰ ৰাজহংসৰ নিচিনা ডিঙিটোত মেৰিয়াই ধৰি এটা সাপ শুই আছিল।

শুই থকা ছোৱালীজনীৰ সৌন্দৰ্যত আকৃষ্ট হৈ দুয়ো মন্ত্ৰমুগ্ধৰ দৰে নিঃশব্দে তেওঁৰ ফালে আগুৱাই গ'ল। হঠাতে আঙুলিৰ মাজেৰে সৰকি অৰ্জুনৰ হাতৰ মণিটো ছোৱালীজনীৰ চেলাউৰিত পৰি গ'ল। মণিটো পৰিলত শুই থকা সাপটো চক্ খাই উঠিল। সি ভয়তে ছোৱালীজনীৰ ডিঙিত পাক লৈ থকা মেৰটো খুলি কেৰেলুৱাৰ দৰে সুৰ-সুৰ্কৈ নামি গ'ল। আৰু সাপটো নামি যোৱাৰ লগে লগে শুই থকা ছোৱালীজনীয়ে সাৰ পাই গ'ল। চকু মেলি অচিনাকী ল'ৰা দুজনক দেখি তেওঁ আচৰিত হ'ল আৰু আতঙ্কত চিঞৰি উঠিল : "অচিনাকী বন্ধু, তোমালোকে কেলেই এই যমৰ দুৱাৰত ভৰি দিছাহি? পলোৱাঁ, নিজৰ প্ৰাণ বচাই পলোৱাঁ। মোৰ দেউতাৰ মুকুতাৰ কাৰেংটো এতিয়া নাগৰাজৰ কবলত। নাগৰাজে মোৰ আই-বোপাই, ভাই-ভনী সকলোকে খাই পেলালে। মই অকলে নিজৰ সময় অহালৈ বাট চাই আতংকত দিন কটাইছো।"

"চেনেহৰ ৰাজকুমাৰী, তোমাৰ আৰু ভয়ৰ কাৰণ নাই। নাগৰাজক মাৰি আমি তেওঁৰ মূৰৰ মণিটো চুৰ কৰি আনিলো", ৰাজকুমাৰীৰ মুকুতাৰ দৰে উজ্জ্বল হাতৰ তলুৱাত মণিটো থৈ অৰ্জুনে ক'লে।

"মণিটো তুমিয়েই ৰাখাঁ। বোধকৰো মই সপোনহে দেখিছো। মই জানো, চকু মেলাৰ লগে লগে মোৰ সপোন ভাগি চুৰমাৰ হ'ব। তোমালোকো আৰু ইয়াত নাথাকাঁ।" অৰ্জুনৰ বাহুত খামুচি ধৰি ৰাজকুমাৰীয়ে উত্তৰ দিলে। ধুনীয়া সপোন এটাৰ দৰেই অৰ্জুন নোহোৱা হৈ যাব বুলি তেওঁ ভয় খাইছিল।

"তুমি সপোন দেখা নাই। আৰু ময়ো কোনো সপোনৰ নায়ক নহওঁ! মৰমৰ ৰাজকুমাৰী, মই তোমাক ভাল পাই পেলাইছো, আৰু বিয়া



কৰাব খোজোঁ। তোমাক মই মোৰ দেউতাৰ কাৰেঙলৈ লৈ যাম। তাত আমি গোটেই জীৱন সুখে-শান্তিৰে থাকিব পাৰিম।" অৰ্জুনে নিজৰ আঙুলিত পিন্ধি থকা পদ্মৰাগ মণিৰ আঙঠিটো খুলি ৰাজকুমাৰীৰ লাহি আঙুলিত পিন্ধাই দিলে।

মুকুতা কাৰেঙত তেওঁলোক তিনিও মিলি আনন্দেৰে দিন কটাবলৈ ধৰিলে। ল'ৰা দুজনে ৰাজকুমাৰীক পদুম সৰোবৰৰ তলৰ মুকুতাৰ কাৰেঙ অভিমুখে কৰা তেওঁলোকৰ ৰহস্যময় যাত্ৰাত হোৱা অভিজ্ঞতাৰ কথা বিবৰি ক'লে। ৰাজকুমাৰীয়েও তেওঁলোকক মুকুতাৰ কাৰেঙৰ ৰজা তেওঁৰ দেউতাক আৰু সৰোবৰৰ তলত লুকাই থোৱা অগাধ ধন-সম্পত্তিৰ কথা ক'লে।

এনেকৈয়ে সুখে-শান্তিৰে বহুত দিন যোৱাৰ পিছত এদিন আনন্দক বৰ চিন্তিত দেখা গ'ল। তেওঁ ক'লে, "অৰ্জুন, ৰাজ্যত তোমাৰদেউতা আৰু প্ৰজাই নিশ্চয় তুমি ক'লৈ গ'লা নাজানি চিন্তা আৰু দুখত দিন কটাইছে। কিন্তু কথা হ'ল এতিয়া আমাৰ ওচৰত ঘোঁৰা নাই, আৰু আমাৰ ৰাজ্য ইয়াৰপৰা বহুত দূৰত। তাৰোপৰি বাটটোও বিপদসঙ্কুল। তুমি মুকুতা ৰাজকুমাৰীৰ লগত ইয়াতে থাকাঁ। মই কিবা উপায়েৰে ৰাজ্যলৈ ঘূৰি গৈ ৰজাক আমাৰ এই ৰোমাঞ্চকৰ ভ্ৰমণ আৰু মুকুতা ৰাজকুমাৰীৰ প্ৰতি থকা তোমাৰ মৰমৰ কথা কওঁগৈ। সোনকালেই মই হাতী-ঘোঁৰা, লগুৱা-লিক্‌চৌ লৈ আহি তোমালোক দুয়োকে ৰাজ্যলৈ ঘূৰাই লৈ যামহি।"

আনন্দই মুকুতা কাৰেঙলৈ ঘূৰি অহাৰ দিন-বাৰ নিৰ্দিষ্ট কৰি দিলে। অৰ্জুনেও নিৰ্দিষ্ট দিনত ৰাজকুমাৰীৰে সৈতে সৰোবৰৰ পাৰলৈ গৈ আনন্দক লগ ধৰাৰ প্ৰতিশ্ৰুতি দিলে। তাৰ পাছত আনন্দই মুকুতা ৰাজকুমাৰীৰপৰা বিদায় ল'লে। নাগৰাজৰ মণিৰ সহায়ত অৰ্জুনে সৰোবৰৰ বাট মুকলি কৰি আনন্দক সোণৰ জখলাৰে ওপৰলৈ লৈ গ'ল। দুয়ো বন্ধু নীৰৱে এৰা-এৰি হ'ল। কিছুদূৰ গৈ আনন্দই উভতি চালে। তাৰ পাছত তেওঁ দৌৰিবলৈ ধৰিলে। আৰু বন্ধু গৈ দিগন্তত বিন্দু এটাৰ দৰে মিলি নোযোৱালৈকে অৰ্জুনে বাটৰ ফালে চাই থাকিল।

পদুম সৰোবৰৰ তলৰ মুকুতা কাৰেঙত অৰ্জুন আৰু মুকুতা ৰাজকুমাৰীৰ দিনবোৰ পাখিলগা সময়ৰ বোকোচাত উঠি পাৰ হ'বলৈ ধৰিলে। কিন্তু এদিন হঠাতে কিয় জানো ৰাজকুমাৰীৰ সৰোবৰৰ ওপৰলৈ যাবলৈ মন গ'ল! তেওঁ অৰ্জুনৰ সোণৰ সঁফুৰাটোৰপৰা মনে মনে সাঁপৰ মণিটো উলিয়াই লৈ তাৰ সহায়ত সৰোবৰৰ ওপৰলৈ উঠি গ'ল।

সৰোবৰৰ ওপৰত গোটেইখন যেন জুইৰ পোহৰতহে জলমলাই আছিল। মুকুতা ৰাজকুমাৰীয়ে দিনৰ পোহৰ বা সূৰুযৰ সোণোৱালী কিৰণ আগতে কেতিয়াও দেখা নাছিল। আকাশ আৰু মাটিৰ সৌন্দৰ্যত মোহিত হৈ তেওঁ সৰোবৰৰ পাৰত বহি ৰ'দে ধোৱা পৰ্বত আৰু ফুলনিবোৰ চাবলৈ ধৰিলে। তেওঁ বিভোৰ হৈ চৰাইবোৰে গছৰ ডালে ডালে জঁপিয়াই, উৰি, নাচি গান গোৱা শুনি শুনি কেতিয়াবা তলৰ বালিত এৰি

যোৱা সিহঁতৰ কণ কণ ঠেঙৰ ছাপ চাবলৈ ধৰিলে। মন্ত্ৰমুগ্ধৰ দৰে তেওঁ হাতত সাৰে ভৰিত সাৰে ফুলনিৰ মাজে মাজে ঘূৰি আলফুল হাতেৰে সুগন্ধি ফুলবোৰ চুই সিহঁতৰ ৰং গণি ফুৰিলে। সকলো পাহৰি মনৰ আনন্দত এনেকৈ ঘূৰি ফুৰোঁতে হঠাতে তেওঁ চক্ খাই উঠিল।

"তুমি হাতত সেইটো কি লৈ আছা? তাৰ চমকণিত মোৰ চকু চাট্ মাৰি ধৰিছে" এজোপা গছৰ তলৰপৰা এটা বুঢ়া কঠুৱা মাত ভাঁহি আহিল।

মুকুতা ৰাজকুমাৰীয়ে ভয় খাই ইফালে সিফালে চাই অলপ দূৰত গছ এজোপাৰ তলত সোতোৰা-সোতোৰ ছালৰ এগৰাকী বুঢ়ী বহি ম'ৰা চৰাইৰ পাখিৰ নিচিনা নীলা-সেউজীয়া ৰঙৰ এটা ধুনীয়া পোছাক চিলাই থকা দেখিবলৈ পালে।

"মোৰ এই মুকুতা খটোৱা পোছাকটোৰ বিনিময়ত তুমি মোক এই চিলাই থকা পোছাকটো দিবা নে?" ধুনীয়া ৰাজকুমাৰীয়ে সুধিলে।

"পোছাকটোৰ পাতলিটো চিলোৱা শেষ হোৱালৈকে তুমি ৰ'ব লাগিব", বুঢ়ীগৰাকীয়ে উত্তৰ দিলে। "কিন্তু ৰৈ থকা সময়খিনিত তুমি সৰোবৰৰ ফটিকৰ দৰে নিৰ্মল পানীত গা ধুই নীল আকাশত সূৰুযৰ কিৰণৰ লীলাখেলা চাব পাৰাঁ", তেওঁ পৰামৰ্শ দিলে।

বুঢ়ীৰ কথা মতেই একো নভবা-নিচিন্তাকৈ সাপৰ মণিটো গছজোপাৰ তলতে থৈ ৰাজকুমাৰীয়ে সৰোবৰৰ ফালে খোজ দিলে। কিন্তু কেই খোজমান গৈ তেওঁ ঘূৰি চাই দেখিলে, হে ভগৱান! সাপৰ মণিটোৰে সৈতে দেখোন বুঢ়ীগৰাকী অদৃশ্য হৈ গ'ল! বুঢ়ীক চিঞৰি চিঞৰি মাতি তেওঁ গছৰ তলে তলে সৰোবৰৰ পাৰত মণিটো বিচাৰি চলাথ কৰিলে, কিন্তু সকলো মিছা হ'ল। ভয়তে ৰাজকুমাৰীৰ মুখ শুকাল। কাৰেঙলৈ ঘূৰি যাবলৈ বুলি তেওঁ হ্ৰদৰ পাৰলৈ গ'ল, কিন্তু তাত বাট-ঘাটৰ কোনো চিন-মোকাম নাছিল। কেৱল গভীৰ ক'লা পানী। হাতেৰে মুখ ঢাকি উচুপি উচুপি কান্দি তেওঁ হ্ৰদৰ পাৰতে বহি পৰিল। তেওঁৰ শুভ্ৰ মুকুতাহেন গাল দুখন চকুপানীৰে তিতি গ'ল।

ঠিক সেই সময়তে পুষ্পকুঞ্জৰ ৰজা ঘোঁৰাত উঠি সেইফালে পাৰ হৈ গৈছিল। কান্দি থকা ৰাজকুমাৰীক দেখি তেওঁ ঘোঁৰা ৰখাই সুধিলে : "হে সুন্দৰী কন্যা, তুমি কিয় কান্দি আছা!" মূৰ তুলি চাই ৰাজকুমাৰীয়ে কান্দি কান্দি ৰজাক বুঢ়ীয়ে কেনেকৈ তেওঁক ছলনা কৰি মণিটো লৈ গ'ল ক'লে। মণিটোৰ অবিহনে যে তেওঁ সৰোবৰৰ তলত থকা নিজৰ ঘৰলৈ যাব নোৱাৰে সেই কথাও ক'বলৈ নাপাহৰিলে।

"চকুপানী মচি মোৰ লগত মোৰ কাৰেঙলৈ ব'লা", ৰজাই ক'লে। "মোৰ মানুহে ৰাজ্যৰ চুকে-কোণে বিচাৰি বুঢ়ী মানুহজনী ধৰি তোমাৰ মণিটো আনি দিব পাৰিব।"

"মই কিমান সময় ৰ'ব লাগিব? কেইবাদিনো লাগি যাব নেকি?" মুকুতা ৰাজকুমাৰীয়ে নিৰুপায় হৈ কান্দি কান্দি সুধিলে।

হ্ৰদৰ ওপৰৰ ফুলৰজাৰ কাৰেঙত দুখে শোকে জৰ্জৰিতা ৰাজকুমাৰী মণিটো ঘূৰাই পোৱাৰ আশাত বেজাৰ মনেৰে বহি আছিল। ইফালে পানীৰ তলৰ মুকুতা কাৰেঙত



অৰ্জুনে বাখৰ খটোৱা কোঠালিবোৰৰ মাজে মাজে ঘূৰি ৰাজকুমাৰীক বিচাৰি ফুৰিছিল। চিন্তাত তেওঁৰ পেটৰ ভোক চকুৰ টোপনি হৰিছিল। অথচ তেওঁ জানিছিল সাপৰ মণিটোৰ অবিহনে তেওঁ একোৱেই কৰিব নোৱাৰে।

ইতিমধ্যে নিৰ্দিষ্ট দিনত নিৰ্দিষ্ট সময়ত হাতী, ঘোঁৰা, মানুহ-দুনুহ লগত লৈ আনন্দ সৰোবৰৰ পাৰলৈ আহিল। সৰোবৰৰ পানীত চকু থিৰ কৰি তেওঁ আগ্ৰহেৰে অৰ্জুন আৰু মুকুতা কুঁৱৰী অহালৈ বাট চাই থাকিল। তেনেতে হঠাতে আনন্দৰ কপালৰ গাঁঠি থোপা খালে। তেওঁ ভাবিলে, "প্ৰতিজ্ঞা কৰামতে ৰাজকুমাৰীক লগত লৈ অৰ্জুন সৰোবৰৰ পাৰত ৰৈ নথকাৰ কাৰণটো বাৰু কি হ'ব পাৰে?"

হঠাতে বতাহ ফালি পুষ্প কুঞ্জটোৰ সিপাৰৰপৰা হাঁহিৰ খিল্‌খিল্‌নি ভাঁহি আহিল। তাৰ লগতে আছিল টিলিঙাৰ টুংটুঙনি। পৰিস্থিতিৰ এনে আকস্মিকতাত চক্ খাই আনন্দৰ লগত অহা হাতী ঘোঁৰাবোৰে ভৰিৰে মাটিত আফলিয়াই শব্দ কৰিবলৈ ধৰিলে। সকলোৱে ঘূৰি চাই দেখিলে ম'ৰা চৰাইৰ পাখিৰ স্কাৰ্ট আৰু বিভিন্নৰঙী চৰাইৰ পাখিৰ মুকুট পিন্ধা বহুৰূপী, দেখাত আচহুৱা লগা চুটি চাপৰ মানুহ এটা দূৰৰপৰা আহি আছে। ফুলনিবাৰীখনৰ মাজেৰে সি নাচি নাচি আহোঁতে তাৰ ভৰিত বান্ধি লোৱা জুনুকাৰপৰাই টুংটুং শব্দ হৈছিল।

তাৰ পিছত আকৌ হঠাতে গোটেইখন কাঁহ পৰি জীণ যোৱাৰ নিচিনা নীৰৱ, নিথৰ

হ'ল। অকণমানি আচহুৱা মানুহটোৱে অলৰ অচৰভাৱে থিয় হৈ হাতী, ঘোঁৰাবোৰ চাবলৈ ধৰিলে। তাৰ পিছত একে জাঁপে পাক এটা মাৰি সি আৰ্তনাদ কৰি উঠিল : "হীৰা! এটুকুৰা ডাঙৰ হীৰা! মোক এটা হাতী দিয়া, মই এই হীৰাটুকুৰা দি দিম", তাৰ ফটা, পুৰণা জোলোঙাটোৰপৰা জলমলীয়া হীৰা এটুকুৰা উলিয়াই সি ক'লে।

লগে লগে আনন্দই সাপৰ মণিটো চিনি পালে।

"এই হীৰাটুকুৰা তুমি ক'ত পালা?" মানুহটোৰ হাতৰপৰা মণিটো কাঢ়ি লৈ আনন্দই সুধিলে।

"মোক মায়ে দিছিল", সি মুখখন বহলকৈ মেলি হাঁহি মাৰি ক'লে।

"তোমাৰ মা ক'ত?" আনন্দই কোনোমতে উশাহ সলাই সুধিলে।

"মোৰ মা! অ' মোৰ মা? তেওঁ মৰিলে। মৰিলে, ম-ৰি-লে..." বহুৱাটোৱে আনন্দতে কিৰিলি পাৰি হাত চাপৰি বজাই উত্তৰ দিলে।

"তেনেহ'লে এই হাতীটো লোৱাঁ আৰু যোৱাঁ!" আনন্দই চিঞৰি ক'লে।

ৰঙতে নাচি, বতাহত পাক ঘূৰণি খাই জঁপিয়াই হাতীৰ পিঠিত বহি মানুহটো গান গাই গাই গুছি গ'ল :

*"মই ৰজা, ৰজা মই, বাহুবলী ৰজা,*
*প্ৰজা মোৰ ৰাজ্যৰ মূৰ্খ-বহুৱা,*
*আকাশ কজলা আৰু ভাগ্যৰ ভ্ৰূকুটি,*
*ৰঙতে গান গাই মই পাৰিম কিৰিলি,*
*মই ৰজা, ৰজা মই, বাহুবলী ৰজা!*
*যাম মই পিঠিত উঠি হাতী গুলপীয়া,*
*গাই নাচি হালি জালি গৰ্বভৰা,*
*কণমানি ঘৰচিৰিকাক পাতিম মোৰ কইনা,*
*একেলগে নাচি নাচি গাম কবিতা,*
*ৰজাৰ কাৰণে, ৰজা, বাহুবলী ৰজা!"*

আনন্দৰ মূৰত হাজাৰটা চিন্তাই আহি ভিৰ কৰিলেহি। উত্তেজনাত তেওঁৰ মূৰটো ফাটো যেন হৈছিল। এক মুহূৰ্ত নিশ্চলভাৱে থিয় হৈ থাকি তেওঁ ভাবিবলৈ চেষ্টা কৰিলে।

"মই ঘূৰি নহালৈকে এই সৰোবৰৰ পাৰতে ৰৈ থাকিবা।" লগত অহা মানুহবোৰক আদেশ দি তেওঁ সাপৰ মণিটোৰে সৈতে হাতটো পানীত জুবুৰিয়াই দিলে। আকৌ এবাৰ পানী ফালি সোণৰ জখলাডাল ওপৰলৈ উঠি আহিল। আনন্দ খলপা খলপে নামি গ'ল, আৰু সোমাই যোৱাৰ লগে লগে পানীয়ে তেওঁক হলৌ চোলা এটাৰ দৰে আবৰি ধৰিলে।

উৎকণ্ঠাত আনন্দৰ উশাহ বন্ধ হোৱাৰ অৱস্থা হ'ল। তেওঁ কাৰেঙৰ মুকুতাৰে বন্ধোৱা দুৱাৰডলিটো পাৰ হৈ পোৱালমণিৰ বাৰান্দাখনেৰে দৌৰি সোমাই গ'ল। অৰ্জুনে

তেতিয়া বাখৰখটোৰা ডাঙৰ খোটালিটোত ভয়তে বিহ্বল হৈ পায়চাৰি কৰি আছিল।

"অৰ্জুন!" আনন্দই কোনোমতে সেপ ঢুকি সুধিলে, "তুমি আগতে বন্দবস্ত কৰি থোৱাৰ দৰে মুকুতা ৰাজকুমাৰীৰ সৈতে সৰোবৰৰ পাৰত বৈ থকা নাছিলা কিয়? ৰাজকুমাৰী ক'ত আছে?" অৰ্জুনে কিন্তু ৰাজকুমাৰী বা সাপৰ মণিটোৰ বিষয়ে একোকে নাজানিছিল। তেওঁ আনন্দক সকলো কথা খুলি ক'লে।

"মোৰ লগত আহাঁ। আমাৰ হাতত সময় একেবাৰে নাই!" মণিটো হাতত লৈ অৰ্জুনক জখলাডালেৰে ওপৰলৈ আগবঢ়াই নিওঁতে আনন্দই ক'লে। তেওঁলোক গৈ সৰোবৰৰ ওপৰ পোৱাৰ লগে লগে পাৰত থকা চিপাহী-চন্তৰীকে আদি কৰি সকলো মানুহে সমস্বৰে চিঞৰি উঠিল :

"মুকুতা কাৰেঙৰ ৰাজকুমাৰীৰ বহুমূলীয়া ৰত্ন এটা হেৰাইছে. আপোনালোকে পাইছে নেকি?"

"পদুম সৰোবৰৰ ৰাজকুমাৰী এতিয়া ক'ত আছে?" আনন্দৰ উৎকণ্ঠাৰ সীমা নাছিল।

"তেওঁ আমাৰ ৰজাৰ ৰাজপ্ৰাসাদত অতিথি হিচাপে আছে", এজন সৈনিকে ক'লে।

"আমাক ৰাজপ্ৰাসাদলৈ লৈ ব'লা", একে জাঁপে ঘোঁৰাত উঠি আনন্দই আগে আগে ঘোঁৰা চেকুৰাবলৈ ধৰিলে। অৰ্জুন হাতীত উঠি অনুচৰবৰ্গৰ সৈতে পিছে পিছে গ'ল।

"মোক লগ পাবলৈ অহা এই ৰাজপুৰুষসকলনো কোন?" পুষ্পকুঞ্জৰ ৰজাই হাতি-ঘোঁৰা সমন্বিতে প্ৰাসাদৰ ফালে আগবাঢ়ি অহা মানুহৰ সমদলটো দেখি সুধিলে।

ঠিক তেনেতে আনন্দ আহি ঘোঁৰাৰপৰা নামিল, আৰু ৰজাক অভিবাদন জনাই ক'লে, "মহাৰাজ, আমাৰ ৰাজকোঁৱৰ মুকুতা ৰাজকুমাৰীক লৈ যাবলৈ আহিছে।" "মই এতিয়াই ৰাজকুমাৰীক খবৰ দিম", অৰ্জুনক সসন্মানে আদৰি আনি ৰজাই ক'লে।

দুখমনেৰে তলমূৰকৈ ৰাজ-কুমাৰী ৰজাৰ ওচৰলৈ আহিল। কিন্তু মূৰ তোলাৰ লগে লগে তেওঁ মনৰ আনন্দ আৰু বিস্ময়ত চিঞৰি উঠিল : "অৰ্জুন! আনন্দ! এয়া সপোন নে দিঠক? তোমালোক সঁচাকৈয়ে আহিছা নে?"

অৰ্জুনে ৰাজকুমাৰীৰ দুয়োখন হাত নিজৰ হাতত লৈ চুমাৰে ওপচাই দিলে। ইফালে ওচৰলৈ আহি আনন্দই সাপৰ মণিটো হাতত তুলি দিলে।

পুষ্পকুঞ্জৰ ৰজাক অশেষ ধন্যবাদ জনাই অৰ্জুনে তেওঁক দেউতাকৰ ৰাজ্যলৈ নিমন্ত্ৰণ জনালে। তাৰ পিছত



তেওঁলোকে হাবি-জঙ্গল, পৰ্বত-পাহাৰৰ সিপাৰে থকা তেওঁলোকৰ দূৰণিবটীয়া ৰাজ্যলৈ যাত্ৰা আৰম্ভ কৰিলে। সেই থাকোঁতে মুকুতা ৰাজকুমাৰীয়ে চকুত সপোনৰ আমেজ সানি এটা হুমুনিয়াহ পেলাই ক'লে, "এই সকলোবোৰ মোৰ সপোন যেনহে লাগিছে; কাৰণ মই প্ৰায়ে এনেকুৰা সপোনকে দেখিছিলোঁ।"

*সাধু মোৰ শেষ হ'ল,*
*ৰঙা বেলি মাৰ গ'ল;*
*নীৰৱ গধূলি আহিল নামি,*
*জাপ খালে ফুলৰ কোমল পাহি।*

*সন্ধিয়াৰ ছাঁয়া আহিছে বগাই,*
*গছৰ ডালত শুইছে চৰাই;*
*তিৰবিৰ তিৰবিৰ তৰা আকাশত,*
*ধৰণীয়ে মেলে যেন চকু আবেশত।*

*লুকাই থকা জোন আহিছে ওলাই,*
*ৰাতিৰ বোকোচাৰে বগুৰা বাই;*
*ৰাতি যে এতিয়া হ'ল বহুত গভীৰ,*
*আহাঁ সোণ বুকুলৈ মিঠা টোপনিৰ।*



# চন্দ্ৰ-মুকুতা ফুল

বহুতদিনৰ আগতে এসময়ত এজন ডাঙৰ প্ৰতাপী ৰজা আছিল। ৰজাৰ সাত গৰাকী ধুনীয়া ৰাণী আছিল। হীৰা-মুকুতা খটোৱা তেওঁলোকৰ সোণৰ কাৰেংটো দিনত বেলিৰ পোহৰত জক্‌মকাই আৰু ৰাতি জোনৰ পোহৰত চক্‌মকাই আছিল। ৰজা পৃথিৱীৰ সমস্ত বিদ্যা আৰু ঐশ্চৰ্যৰ অধিপতি আছিল। তেওঁৰ ধনৰ ভঁৰালটো বহুমূলীয়া ৰত্নেৰে ভৰি আছিল। ঘোঁৰাশাল আৰু হাতীশালত জাকত জিলিকা ঘোঁৰা আৰু মহাপ্ৰতাপী হাতী আছিল। বিশাল সেনাবাহিনী সম্পূৰ্ণৰূপে তেওঁৰ অনুগামী আছিল। বিষয়াসকলো পৰম জ্ঞানী. আৰু প্ৰজা সুখী আৰু ৰাজভক্ত আছিল। এজন ৰজাকনো তাতকৈ বেছি আৰু কি লাগে?

কিন্তু ইমান ঐশ্চৰ্য-বিভূতি, মান-সন্মান, প্ৰতিপত্তিৰ অধিকাৰী হৈও ৰজা বৰ দুখী আছিল। কাৰণ, সাত গৰাকী ধুনীয়া ৰাণী থকা সত্ত্বেও ৰজা নিঃসন্তান আছিল। ৰজাক অসুখী দেখি সাত গৰাকী ৰাণী আৰু প্ৰজাসকলেও মনত বৰ বেজাৰ পাইছিল।

এদিনাখন, তৰাবোৰ মোলান পৰাৰ বহুত পিছত, পুৱাৰ আকাশে ফেঁহুজালি দি প্ৰভাতী সূৰুযক আদৰণি জনাবৰ সময়তে সাতৰাণী নৈৰ ঘাটলৈ গা ধুবলৈ গৈছিল। তেওঁলোক গৈ নৈৰ কাষ পাওঁতেই এখন ৰেশমী পৰ্দাৰ দৰে ৰামধেনু বৰণীয়া এচমকা কুঁৱলী তেওঁলোকৰ ফালে ভাঁহি আহিল। বতাহ লাগি কুঁৱলীচমকাৰ পৰা মুকুতা কণা যেন বৰষুণ সৰিছিল। অবাক বিস্ময়ত সেইফালে চাই থাকোঁতে সাতৰাণীয়ে দেখিলে সেই কুঁৱলীৰ মাজেৰে জোনাক জোনাক লগা একোঁচা দীঘল ৰূপোৱালী ডাড়ি থকা এজন অকণমানি বুঢ়া মানুহ আহিছে। তেওঁৰ দীঘল ডাড়িকোঁচা বোৱতী নদীখনৰ পানীৰ সোঁতৰ লগত মিলি একাকাৰ হৈ গৈছিল।

ৰাতিপুৱাৰ মৃদু বতাহজাকৰ প্ৰতিধ্বনি যেন লগা এটা কোমল মিঠা মাতেৰে তেওঁ সকলোতকৈ ডাঙৰ ৰাণীগৰাকীক সম্বোধি ক'লে : "এই বনৌষধিখিনি লৈ গৈ পিহি সাতভাগত ভাগ কৰিবা। সাতোগৰাকী ৰাণীৰ কাৰণে সমানে সাতভাগ হ'ব লাগিব। প্ৰত্যেকে নিজৰ নিজৰ ভাগটো গোলাপ জলৰ লগত মিহলাই প্ৰাৰ্থনা কৰি খাই দিবা।" ইমানকে কৈ বুঢ়া মানুহজন ৰাতিপুৱাৰ নিয়ৰৰ দৰে থিতাতে অন্তৰ্দ্ধান হৈ গ'ল। আনন্দত উৎফুল্লিত সাতৰাণী লৰালৰিকৈ কাৰেঙলৈ উভতি গ'ল।

ৰাজপ্ৰাসাদ পাই বৰৰাণীয়ে সকলোতকৈ সৰু ৰাণী দুগৰাকীক ক'লে, "ফুল আৰু ফল-মূলৰ নৈৱেদ্য লৈ সোনকালে মন্দিৰত পূজা দি আহাঁগৈ। তোমালোক ঘূৰি আহাঁ

মানে আমি এই ঔষধখিনি পিহি তৈয়াৰ কৰি থ'ম। পিছত সকলোৱে মিলি আমাৰ একোটাকৈ সন্তান হ'বৰ কাৰণে প্ৰাৰ্থনা কৰি সমানে ভগাই খাম।"

কথামতেই মন্দিৰত পূজা দি দুয়ো সৰু ৰাণী আনন্দমনে কাৰেঙলৈ ঘূৰি আহিল। কিন্তু অচিৰেই তেওঁলোকৰ সকলো আনন্দ মাটি হ'ল। তেওঁলোকে দেখিলে ইতিমধ্যে তেওঁলোকৰ অনুপস্থিতিত ডাঙৰ পাঁচ গৰাকী ৰাণীয়ে ঔষধখিনি ভাগ কৰি খাই পেলালে। সৰু ৰাণী দুগৰাকীৰ কাৰণে তেওঁলোকে একোকে নথ'লে।

একেবাৰে সৰু ৰাণীগৰাকীয়ে মনৰ দুখতে ফেঁকুৰি ফেঁকুৰি কান্দিবলৈ ধৰিলে; কিন্তু তেওঁৰ ওপৰৰ, অৰ্থাৎ, ছয় নম্বৰ ৰাণীগৰাকীয়ে শান্তভাৱে ক'লে : "নাকান্দিবা ভনীটি, ব'লা আমি পটাখনকে ধুই পানীখিনি গোলাপজলৰ লগত মিহলাই প্ৰাৰ্থনা কৰি খাই দিওঁগৈ।"

নটা পূৰ্ণিমা আৰু নটা অমাৱস্যাৰ অন্তত ডাঙৰ পাঁচগৰাকী ৰাণীৰ প্ৰত্যেকৰে একোটাকৈ পুত্ৰ সন্তান জন্ম হ'ল। উজ্জ্বল সোণবৰণীয়া সুন্দৰ চেহেৰাৰ শিশুকেইটাই সকলোকে পুলকিত কৰিলে। আনন্দতে ৰজাই ৰাজমাতা পাঁচগৰাকীক অনেক বহুমূলীয়া আ-অলঙ্কাৰ উপহাৰ দিলে। ৰাজ্যত দুখীয়া-দৰিদ্ৰ মানুহক ভোজন কৰোৱা হ'ল আৰু প্ৰজাৰ মাজত সোণ-ৰূপৰ মুদ্ৰা বিলোৱা হ'ল। নাচ, গান-বাজনা, হাঁহি-ধেমালিৰ শব্দেৰে গোটেই ৰাজ্যখন মুখৰিত হ'ল। কাৰণ, অৱশেষত ৰজাৰ জীৱনলৈ সুখ আহিল, আৰু ৰজাৰ সুখেই প্ৰজাৰ সুখ।

"কিন্তু", তোমালোকে হয়তো সুধিবা, "সকলোতকৈ সৰু ৰাণী দুগৰাকীৰ কি হ'ল?" ঠিক আছে, শুনা বাৰু, এগৰাকী ৰাণীয়ে এটা বান্দৰ জন্ম দিলে, আৰু আন গৰাকীৰ এটা ফেঁচা জন্ম হ'ল। লাজে-অপমানে বিব্ৰত ৰজাই তেওঁৰ আটাইতকৈ বিশ্বাসী অনুচৰ দুজনক মাতি কোমলমতীয়া, দুৰ্ভগীয়া ৰাণী দুগৰাকীক তেওঁলোকৰ সন্তান দুটাৰে সৈতে অটব্য অৰণ্যত এৰি থৈ আহিবলৈ আদেশ দিলে।

দিন যোৱাৰ লগে লগে চন্দ্ৰকলাৰ দৰে বাঢ়ি ৰাজপ্ৰাসাদত থকা পাঁচোজন কোঁৱৰ সাহসী আৰু সুন্দৰ যুৱকত পৰিণত হ'ল। তেজস্বী ঘোঁৰাক বশ কৰা, তৰোৱাল চলোৱা, তীৰবেগী হৰিণক কাঁড় মাৰি ধৰাশায়ী কৰা আদি সকলো কলা-কৌশল আৰু অস্ত্ৰবিদ্যাত তেওঁলোক পাৰ্গত হ'ল।

ইফালে হাবিৰ মাজত বান্দৰ আৰু ফেঁচাও ডাঙৰ হ'বলৈ ধৰিলে। সিহঁতে হাবিৰ বনৰীয়া পশুৰ দৰে গুজৰিবলৈ, হুঁকাৰিবলৈ, চিঞৰিবলৈ, গৰ্জন কৰিবলৈ শিকিলে। গোটেই দিনটো বনে-জঙ্গলে, সেউজীয়া গছ-গছনিৰ মাজত খেলা-ধূলা কৰি থাকি সন্ধিয়া ভাগৰ লাগিলে ঘৰলৈ গৈ বান্দৰটো মাকৰ কোলাত আৰু ফেঁচাটো নিজৰ মাকৰ কান্ধত বহি শুই থাকিছিল।

অলপদিন পিছত এদিন তেওঁলোকৰ অনুচৰবৰ্গক লগত লৈ পাঁচোজন ৰাজকুমাৰ হাবিত চিকাৰ কৰিবলৈ আহিল। গছৰ ডালে পাতে সৃষ্টি কৰা জালৰ মাজেৰে লুকাভাকু

খেলি ৰ'দালিয়ে তলৰ সৰাপাতে আবৰা হাবিতলীয়া বাটটোত পোহৰ আৰু ছাঁৰ মায়াজাল পাতিছিল। ৰাজকুমাৰহঁতৰ সমদলটো দেখি ভয় খাই হঠাতে এটা হৰিণ তীব্ৰ বেগে সেই ফালে পাৰ হৈ গ'ল। তাকে দেখি ডাঙৰজন কোঁৱৰে তূণৰপৰা কাঁড় উলিয়াই ধনুত গুণ টানি মাৰিবলৈ উদ্যত হ'ল।

ঠিক সেই সময়তে কঁপা কঁপা মাতেৰে গছ এজোপাৰ ওপৰৰপৰা কোনোবাই চিঞৰি ক'লে : "হে দয়ালু কোঁৱৰ, অনুগ্ৰহ কৰি আমাৰ এই অবোধ বন্ধুটিক নামাৰিব।"

চক্ খাই ৰাজকোঁৱৰে ধনু-কাঁড় পেলাই দিলে। তেওঁ ওপৰলৈ চাই দেখিলে গছৰ ডালত বহি থকা এটা বান্দৰ আৰু এটা ফেঁচাই সজল নয়নে তেওঁলৈ চাই আছে। লগত থকা অনুচৰ এজনলৈ চাই ৰাজকোঁৱৰে সুধিলে : "হাবিত থকা জীৱ-জন্তুৱে মানুহৰ দৰে কথা ক'ব পৰাটো সম্ভৱ নে?" "যুবৰাজ, এই পৃথিৱীত সকলো কথাই সম্ভৱ!" অনুচৰজনে তললৈ মূৰ কৰি উত্তৰ দিলে। "আপোনাৰ দেউতাক মহাৰাজৰ এটা বান্দৰ আৰু এটা ফেঁচা জন্ম হৈছিল।"

"কি?" ৰাজকুমাৰে খঙতে আৰ্তনাদ কৰি ক'লে, "তোমাৰ মতে সৌ অধম বনৰীয়া প্ৰাণী দুটা মোৰ ভাই? উচ্চবংশজাত, ৰাজৰক্তৰ অধিকাৰী মই মোৰ তৰোৱালৰ নামত শপত খাই কৈছো, ৰাজপ্ৰাসাদলৈ উভতি যোৱাৰ আগতে মই এই প্ৰাণী দুটাক বধ কৰিম!" তাৰ পিছত তেওঁ আন ৰাজকোঁৱৰ কেইজনলৈ চাই ক'লে, "আহাঁ ভাইহঁত, আমাৰ ভাই বুলি দাবী কৰা এই বন্য প্ৰাণী দুটাৰ চিন নাইকিয়া কৰি দিওঁহঁক!"

কিন্তু ইতিমধ্যে বান্দৰ আৰু ফেঁচা তাৰপৰা অন্তৰ্দ্ধান হ'ল। ৰাজকুমাৰসকলে অনুচৰবৰ্গৰ লগ হৈ চাৰিওফালে বিচাৰিবলৈ ধৰিলে :

*যলৈকে যায় চকু তলৈকে চাই,*
*প্ৰতিজোপা গছৰ শাখাই শাখাই,*
*প্ৰতিটো গহ্বৰ আৰু নিজৰাৰ সোঁত,*
*প্ৰতিটো চুক আৰু প্ৰতিটো কোণ,*
*ওপৰে, তলে, আৰু কেউফালে,*
*মূৰৰ ওপৰে আৰু মাটিৰ তলে,*
*দুই বন্য প্ৰাণীক কিন্তু বিচাৰি নাপালে।*

অৱশেষত ৰাতি হ'লত খঙতে ঘোঁৰাকেইটাকে কোবাই ৰাজকুমাৰসকল প্ৰাসাদলৈ উভতি গ'ল।



বান্দৰ আৰু ফেঁচাও সিহঁতৰ জুপুৰীলৈ ঘূৰি গ'ল। কিন্তু সিহঁতৰ টোপনি নাহিল। নিশা গোটেইখন যেতিয়া নিজম পৰিল, আৰু মাকহঁতে টোপনিত লালকাল দিলে, সিহঁত হাতত সাৰে ভৰিত সাৰে ঘৰৰ বাহিৰলৈ ওলাই গৈ তৰাভৰা আকাশৰ তলত বহিলগৈ। ভালেমান সময় মনে



মনে থকাৰ পিছত বান্দৰটোৱে ক'লে : "শুনিলানে ভাইটি, তাৰ মানে আমি ৰাজৰক্তৰ অধিকাৰী ৰাজকুমাৰ!"

কেইদিনমানৰ পিছত হাবিখনলৈ কোনোবা অজান দেশৰ দূত আহিল। তেওঁলোকে ঢোলে-ডগৰে অৰণ্যৰ নীৰৱতা ভাঙি ঘোষণা কৰিলে যে কোনোবা পদ্মলোচনা, ডাৱৰ ক'লা চুলিৰ অধিকাৰী ৰাজকুমাৰী এগৰাকীয়ে নিজৰ কাৰণে স্বামী বিচাৰিছে। তেওঁ কিন্তু এটা চৰ্তও ৰাখিছে—ৰাজকুমাৰীয়ে এনেজন ৰাজকুমাৰকহে বিয়া কৰাব, যি তেওঁক বিচাৰি উলিয়াই তেওঁ চুলিত পিন্ধি থকা চন্দ্ৰ-মুকুতা ফুলপাহ চুৰ কৰিব পাৰিব।

ৰাজকুমাৰীৰ নাম কি, বা তেওঁ কোন দেশৰ ৰজাৰ জীয়ৰী কোনেও নাজানিছিল; তথাপি প্ৰতিখন দেশৰ প্ৰতিজন ৰাজকুমাৰ তেওঁক বিচাৰি ওলাল। আমাৰ সাধুকথাৰ ৰূপহ ৰাজকোঁৱৰ পাঁচজনো সোণৰ নাৱত ৰূপৰ পাল তৰি অচিন দেশৰ অজান ৰাজকুমাৰীক বিচাৰি ওলাল।

এই অদ্ভুত চৰ্তটোৰ কথা শুনি বান্দৰটোৱে ভায়েক ফেঁচাৰ কাণত ফুচ্‌ফুচাই ক'লে : "আমিওতো ৰাজবংশৰ সন্তান; অচিন দেশৰ অজান ৰাজকুমাৰীক আমিও বিচাৰি যাওঁ ব'লা।" যাবলৈ মন স্থিৰ কৰাৰ পিছত সিহঁতে এখন নাৰিকলৰ কোৰোকাৰ নাও সাজিলে। তাৰ পিছত সেই নাৱতে উঠি সিহঁতেও যাত্ৰা আৰম্ভ কৰিলে। নাও বাই যাওঁতে সিহঁতে ৰংমনে গাই গ'ল :

*আমি যাওঁ নাও বাই, মই আৰু মোৰ ভাই,*
*পানীৰ ওপৰে আৰু আকাশৰ তলে,*
*কৰিবলৈ ফুল চুৰি, জিনিবলৈ হাত শুৱনি,*
*ৰাজকুমাৰী কোন অচিন অজান।*
*হয়তোবা জীম আমি, হয়তো মৰিম,*
*আমি যাওঁ নাও বাই, মই আৰু মোৰ ভাই।*

ইফালে সোণৰ নাৱত বহি ত্ৰিশ দিন ত্ৰিশ ৰাতি নাও বাই যোৱাৰ মূৰকত পাঁচ ৰাজকোঁৱৰ গৈ এটা অকলশৰীয়া দ্বীপত উপস্থিত হ'লগৈ। দ্বীপটোৰ কেউফালে জল্‌মলীয়া ৰ'দে চৌ-চৌৱাই আছিল অথচ ক'তো যেন পোহৰ বা উত্তাপ নাছিল। চকুৰে মণিব নোৱৰা হোৱালৈকে বিস্তৃত বিশাল ধাননি পথাৰবোৰত ক'তো এচিৰাও ধান নাছিল। গছ গজিছিল ঠিকেই, কিন্তু গছবোৰত ফুল-ফলৰ চিন-মোকামেই নাছিল।

এইটো আচলতে এটা "মায়া"-দ্বীপ আছিল। দ্বীপটোত তিনিজনী যখিনী বাস কৰিছিল। প্ৰথমজনীৰ কপালৰ ঠিক সোঁমাজতে মাত্ৰ এটা চকু আছিল। খুব খৰকৈ ঘূৰি থকা সেই চকুটোৰপৰা নীলা-সেউজীয়া জুইৰ ফিৰিঙতি ওলাইছিল। দ্বিতীয়জনীৰ আকৌ দুটা চিম্‌নীৰ নিচিনাকৈ ওপৰমুৱা হৈ থকা দুটা প্ৰকাণ্ড নাক আছিল। সেই নাকৰ চিম্‌নীৰপৰা বেঙুনীয়া ধোঁৱা ওলাই বতাহৰ লগত মিলি গৈছিল। তৃতীয়জনীৰ মূৰৰ

পিছফালে কুলাৰ নিচিনা এখন বিয়াগোম কাণ আছিল। সেই কাণখনে বতাহত চট্‌চটাই প্ৰচণ্ড ধুমুহাৰ সৃষ্টি কৰিছিল।

যখিনী তিনিজনীয়ে সোণৰ নাৱত উঠি অহা ৰাজকুমাৰ পাঁচজনক দেখি সিহঁতৰ চকু, নাক আৰু কাণৰ সহায়ত অগ্নিবৰষা ধুমুহাৰ সৃষ্টি কৰিলে। আকাশ জুৰে আগুৰি ধৰিলে। বিষাক্ত বেঙুনীয়া ধোঁৱাই বতাহ দূষিত কৰিলে। খাওঁ খাওঁ মূৰ্তি ধৰি সাগৰখন প্ৰকাণ্ড ঢৌ আৰু ফেনে-ফোটোকাৰে ওফন্দি উঠিল। প্ৰচণ্ড ধুমুহাত পাঁচ ৰাজকুমাৰৰ নাওখনে টলং-ভটং কৰিবলৈ ধৰিলে।

অলপ পিছতে বান্দৰ আৰু ফেঁচা সেই বাটেৰেই সিহঁতৰ নাৰিকলৰ কোৰোকাৰ নাও বাই আহিল। অকণমানি নাৱৰীয়া দুটাই সিহঁতৰ বান্দৰ-হাতোৰা আৰু ফেঁচা-ডেউকাৰে উন্মাদ সাগৰখনত নাৰিকলৰ কোৰোকাৰ নাও বাই যোৱাৰ মূৰ্খ প্ৰচেষ্টা কৰা দেখি বুঢ়ী যখিনী তিনিজনী হাঁহিত ৰ'ব নোৱৰা হ'ল। গোটেই



দৃশ্যটো ইমান বেছি হাঁহি উঠা, ইমান বেছি নিৰ্বোধ, ইমান বেছি নিৰ্ভয় আছিল যে যখিনী কেইজনীয়ে নিৰ্বিবাদে বান্দৰ আৰু ফেঁচাৰ নাওখন পাৰ হৈ যাবলৈ দিলে।

কোৰোকা-নাওখন এইবাৰ ভাঁহি গৈ এটা নিশ্চল লেগুণ পালেগৈ। লেগুণটোৰ পানী ইমান স্থিৰ আৰু তাৰ গভীৰতা ইমান ৰহস্যময় আছিল যে বান্দৰটোৰ মনে চেবালে। সি সেইখিনিতে নাওখন ৰাখি ক'লে, "ভাইটি, বোধহয় আমি বিচাৰি অহা অচিন দেশখনৰ ওচৰ পাইছোহি। তুমি ইয়াতে থাকি পহৰা দিয়াঁ, মই বুৰ মাৰি তললৈ গৈ এই ৰহস্যময় পানীখিনিৰ সিফালে কি আছে চাই আহোঁগৈ।"

বুৰ মাৰি বান্দৰটো সেই অটল লেগুণৰ গভীৰৰপৰা গভীৰতৰ তলিলৈ গৈ থাকিল। সি যিমানে তললৈ গ'ল পানী ঠাণ্ডা হৈ গৈ থাকিল। তাৰ শৰীৰ ঠাণ্ডা হৈ শেষত হাড়ে-হিমজুৰে গোট মাৰি বৰফ হোৱাৰ উপক্ৰম হ'ল। সেই গভীৰ নিস্তব্ধ অন্ধকাৰত অকণমানি দুৰ্ভগীয়া বান্দৰটোৰ ভয়ো লাগিল। কোনোবা যে কেতিয়াবা ইমান নিঃসঙ্গ, ইমান দিশহাৰা হ'ব পাৰে সি ভবাই নাছিল। তেনেতে হঠাতে সি এখন ফটিকৰ নিচিনা সেউজীয়া পাহাৰৰ দেৱালৰ মাজত আৱদ্ধ হৈ গ'ল। তেনেকৈয়ে আকৌ হঠাতে এটা প্ৰকাণ্ড ঢৌৱে তাক দাঙি মায়াবী পাহাৰটোৰ সিপাৰে এখন মনোমোহা বাগিছাত নমাই দিলে।

বাগিছাখনত এজোপা ডাঙৰ ফুলেৰে জাতিষ্কাৰ গছৰ তলত ফুলৰ দলিচাত বহি এজনী দিপ্‌লিপ্ ছোৱালীয়ে এটা সোণোৱালী চৰাইৰ লগত কথা পাতি আছিল। তেওঁৰ চুলিত এপাহ চন্দ্ৰ-মুকুতা ফুল জিক্‌মিকাই আছিল। বান্দৰটোৰ আৰু বুজিবলৈ বাকী নাথাকিল সেই গৰাকীয়েই অচিন দেশৰ অজান ৰাজকুমাৰী। চুপি চুপি সি কোনো সাৰি-শব্দ নোহোৱাকৈ এখুজি দুখুজিকৈ ৰুদ্ধশ্বাসে ৰাজকুমাৰীৰ কাষ চাপি গ'ল আৰু কঁপা কঁপা হাতোৱাৰে তেওঁৰ চুলিৰপৰা চন্দ্ৰ-মুকুতা ফুলপাহ আঁজুৰি আনিলে। তাকে দেখি সোণোৱালী চৰাইটোৱে,

*হতাশাত কোবাই পাখি,*
*কান্দি সোধে "ক'ত আছে ৰাজকুমাৰী!*
*চন্দ্ৰ-মুকুতা ফুল তোমাৰ চুলিৰ?"*

থত্‌মত্ খাই ৰাজকুমাৰীয়ে চুলিত হাত দি দেখিলে, হয়তো, ফুলপাহ দেখোন নাই! এইবাৰ লৰালৰিকৈ পিছলৈ চাই দেখিলে এটা বান্দৰে তাৰ কঁপি থকা হাতোৱাখনত চন্দ্ৰ-মুকুতা ফুলপাহ লৈ আছে! আতঙ্কত চিঞৰি উঠি তেওঁ মূৰ ঘূৰালে আৰু দুয়ো হাতে মুখ ঢাকি দুখতে উচুপি উচুপি কান্দিবলৈ ধৰিলে। তাকে দেখি সোণোৱালী চৰাইটোৱে ভয়তে গীত গাই ক'লে :

*ৰাজকুমাৰী মোৰ সাদৰী, নাকান্দিবা ফেঁকুৰি!*
*কৰাঁ যদি শপত ভঞ্জন, হ'ব তোমাৰ নিৰ্ঘাত মৰণ!*

চৰাইটোৰ করুণ গীত শুনি ৰাজকুমাৰীৰ বায়েকহঁত বতাহৰ বিননিৰ লগে লগে

উৰি আহিল। পুষ্পকুঞ্জ পাব হৈ ৰাজকুমাৰীৰ ওচৰলৈ আহি বান্দৰটোৰ কোমল হাতোৰাখনত চন্দ্ৰ মুকুতা ফুলপাহ দেখি তেওঁলোকে দুখৰ হুমুনিয়াহ কাঢ়ি বেজাৰত কান্দিবলৈ ধৰিলে।

অকণমানি বান্দৰটো থিয় হ'ল, আৰু যাবলৈ সাজু হ'ল। তাৰ কপালত হাজাৰ ৰেখাই থোপা বান্ধিলে। সৰু কলিজাটো ভয়তে টপ্ টপাবলৈ ধৰিলে। তাৰ পিছত হঠাতে বিজুলী চমকৰ দৰে তাৰ মনত এটা কথা খেলালে। সি ভাবিলে : "মই সাত সাগৰৰ অজস্ৰ বাধা-বিঘিনি নেওচি, বিপদৰ মাজেৰে ... গৌৰৱৰ সাহসেৰে অতিক্ৰম কৰি আহা নাই নে? ... মই মোৰ সমুচিত পাওনা দাবী কৰিবলৈ সঙ্কোচ কৰিম কিয়?"

বান্দৰটোৰ মনৰপৰা ভয়-সংশয় নোহোৱা হৈ গ'ল। নেজডাল শূন্যত ঘূৰাই সি গৌৰৱেৰে ৰাজকুমাৰীৰ ফালে জঁপিয়াই গ'ল আৰু তেওঁৰ মেঘবৰণীয়া চুলিখিনিত আলফুলে হাত বুলাই ক'লে :

*"অ' ৰাজকুমাৰী সুন্দৰী!*
*যেন শেঁতা এপাহি ফুল, আৰু গান সুমধুৰ*
*কোঁৱাচোন কোৱাঁ মোক কাৰ বাবে জীৱন তোমাৰ?"*

চকুপানী মচি ৰাজকুমাৰীয়ে ফুচ্ ফুচাই উত্তৰ দিলে,

*"আছে মোৰ ছয়ভনী, কিন্তু নাই ভাই,*
*এদিনাখন আছিল লগত আই-বোপাই,*
*আজি কিন্তু তুমিহে মোৰ, আৰু কোনো নাই।"*

বান্দৰটো তাকে শুনি আগবাঢ়ি আহিল, আৰু ৰাজকুমাৰীৰ গভীৰ ক'লা চকুযুৰিত চকু থৈ ক'লে,

*"সুন্দৰী ৰাজকন্যা, কমলনয়না*
*আহাঁ আজি হোৱা তুমি মোৰেই কইনা!"*

কিন্তু ৰাজকুমাৰীয়ে কিবা উত্তৰ দিবলৈ পোৱাৰ আগতেই ডাঙৰ গৰাকী বায়েকে আৰ্তনাদ কৰি উঠিল :

*"নাই, নাই, নাই!*
*নোৱাৰে যাব তাই!*
*হওক ভালেই, নতুবা বেয়া,*
*আছে আমাৰ শাপৰ লেঠা,*
*সাতোভনী আমি সুন্দৰী,*
*সাগৰপতি আমাৰ গৰাকী,*
*অনুমতি নহ'লে তেওঁৰ, নোৱাৰে যাব তাই,*
*ক'লৈকো, কেতিয়াও, নাই! নাই! নাই!*

"আহাঁ, মই তোমাক সাগৰপতিৰ গুহালৈ লৈ যাওঁ", ওঁঠত এটা ৰহস্যময় হাঁহি

বিৰিঙাই তেওঁ বান্দৰটোক ক'লে। ৰাজকুমাৰীৰ পিছে পিছে ওখোৰা-মোখোৰা পাথৰ আৰু থিয় পৰ্বতৰ ফাঁকেৰে এটা গোমোঠা, অন্ধকাৰ সুৰসুৰীয়া বাটত আহি ভৰি দিওঁতে বান্দৰটোৰ কলিজা ভেদি এটা চেঁচা শিহৰণ পাৰ হৈ গ'ল। তাৰ পিছত এটা লুংলুঙীয়া সৰু বাটৰ অন্তত প্ৰবাল প্ৰাচীৰৰ মাজৰপৰা এটা অকলশৰীয়া অপূৰ্ব প্ৰবালৰ গুহা ওলাই পৰিল। "সৌ প্ৰবাল-গহ্বৰটোতে সাত সাগৰৰ অধিপতিজন থাকে!"—এইবুলি দূৰৰপৰাই গুহাটো দেখুৱাই বান্দৰটোক হাত জোকাৰি বিদায় দি ৰাজকুমাৰী গৰাকী বতাহৰ লগত অদৃশ্য হৈ গ'ল।

বান্দৰটোৰ উত্তেজনাৰ সীমা নাছিল। সি লাহে লাহে গুহাটোৰ ফালে আগবাঢ়িল। কিন্তু হায়! অস্থিৰ খোজেৰে যাওঁতে সি পিচল খাই পৰি গ'ল আৰু লগে লগে তাৰ চকুৰ আগতে গুহাটোৰ দুৱাৰখন ধৰাম্‌কৈ বন্ধ হৈ গ'ল। আন্ধাৰত অকলে অকলে পৰি থাকোঁতে তাৰ উশাহ ল'বলৈকো কষ্ট হৈছিল। সি অলপ পোহৰ বিচাৰি ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিলে। ঠাণ্ডাত থেকেচনি খাই দেহৰ প্ৰতিডাল হাড় বিষত টন্‌টনাই আছিল। বান্দৰটোৱে ভাবিলে এইবাৰ তাৰ মৃত্যু নিৰ্ঘাত।

তেনে সময়তে এটা সুন্দৰ ঘটনা ঘটিল। প্ৰভাতী পোহৰে যেন প্ৰবাল-গহ্বৰৰ গাত ফাঁট মেলি জলঙাইদি এচেৰেঙা পোহৰৰ ৰশ্মি পঠিয়াই দিলে। সেই পোহৰেখাই আহি বান্দৰটোৰ চকুত তৰাৰ জিল্‌মিলনি তুলিলত তাৰ চকুৰ পতা খুলি গ'ল। চকু মেলি সি দেখিলে প্ৰবাল-গহ্বৰৰ বাহিৰত এজন চুটি-চাপৰ বুঢ়া মানুহ থিয় হৈ আছে। তেওঁৰ দীঘল ৰূপালী ডাঢ়িকোঁচা ক'লা ডাৱৰৰ মাজত উজ্জ্বল বগা বিজুলী চমকৰ নিচিনা দেখা গৈছিল। ৰাতিপুৱাৰ মলয়া বতাহৰ দৰে মৃদু এটা মাতেৰে তেওঁ ক'লে : "মোৰ পিছে পিছে আহি থাকাঁ, মই তোমাক তোমাৰ যাত্ৰাৰ অন্তিম লক্ষ্যস্থললৈকে লৈ যাম।"

বান্দৰটোৱে যেন সপোনহে দেখি আছে! কিন্তু তথাপি এই সকলোবোৰ যে বাস্তৱ! মন্ত্ৰমুগ্ধৰ দৰে সি বুঢ়াজনৰ পিছে পিছে ওখ চাপৰ বাটেৰে গৈ এখন ধুনীয়া ফুলনিবাৰী পালেগৈ। তাত ফুলেৰে জাতিষ্কাৰ গছ এজোপাৰ তলত বহি ডাঙৰ ৰাজকুমাৰী ছগৰাকীয়ে কেনেকৈ বান্দৰটোক আভুৱা ভাৰিলে তাকে আলোচনা কৰি হাঁহি মাতি কথা পাতি আছিল। সৰু ৰাজকুমাৰীয়ে কিন্তু অকলে একাষৰীয়াকৈ বহি পদুমকলিৰ মালা এধাৰ হাতেৰে লিৰিকি-বিদাৰি বান্দৰটোৰ মঙ্গলৰ কাৰণে প্ৰাৰ্থনা কৰি আছিল।



ঘুট্‌মুটীয়া বুঢ়াজনে আহি ফুলনিখনত ভৰি দিলে। লগে লগে সাগৰখন ফেনে-ফোটোকাৰে ওফন্দি উঠিল। সেই ওফোন্দা সাগৰখনত সোণৰ নাৱত পাঁচজন ৰাজকুমাৰ আৰু নাৰিকলৰ কোৰোকাৰ নাৱৰ ফেঁচাটো ওপঙি আছিল। পানীৰ ওপৰেৰে

ডাৱৰৰ দৰে ওপঙি গৈ বুঢ়াজনে পাঁচ ৰাজকুমাৰ আৰু ফেঁচাটোক লৈ আনিলেগৈ। তাৰ পিছত বান্দৰ আৰু ফেঁচাক কান্ধত বহুৱাই তেওঁ এটা মন্ত্ৰ গালে। কি আচৰিত, লগে লগে দেখোন সেই সৰু বনৰীয়া প্ৰাণী দুটা দুজন ধুনীয়া সবল সুঠাম ৰাজকুমাৰত পৰিণত হ'ল! তেওঁলোকৰ কান্তিময় মুখ আৰু শৰীৰ সোণৰ দৰে জিলিকিছিল।

"এটা যাদুমন্ত্ৰৰ প্ৰভাৱত তোমালোক সাতজন ৰাজকুমাৰৰ জন্ম হৈছিল। আৰু এই সাতগৰাকী ৰাজকুমাৰীৰ জন্ম তোমালোকৰ ৰাণী হ'বৰ কাৰণেই", বুঢ়া মানুহজনে ক'লে, "কিন্তু বিধিৰ বিপাকত সৰু ৰাজকুমাৰ দুজনে বনাপ্ৰাণী হৈ জন্ম ল'লে। আচলতে শাপভ্ৰষ্টা ৰাজকুমাৰী কেইগৰাকীক উদ্ধাৰ কৰিবৰ কাৰণে তেওঁলোকৰ তেনে ধৰণৰ জন্ম জৰুৰী আছিল। এতিয়া শাপ ভঙ্গ হ'ল। তোমালোকে স্ফূৰ্তি কৰা। কিন্তু প্ৰথমতে হাবিলৈ গৈ সৰু ৰাণী দুগৰাকীক লৈ আনাগৈ। তাৰ পিছত সাত ৰাজকুমাৰী কইনা লগত লৈ সকলোবোৰ পিতাৰাৰ ৰাজ্যলৈ উলটি যোৱাগৈ!" কথা শেষ হোৱাৰ লগে লগে ৰাতিপুৱাৰ নিয়ৰৰ দৰেই বুঢ়া মানুহজন নোহোৱা হৈ গ'ল। সাত ৰাজকোঁৱৰ আৰু সাত ৰাজকুঁৱৰীও সোণৰ নাৱত ৰূপৰ বঠা বাই সাত সাগৰৰ সিপাৰৰ নিজৰ ৰাজ্যলৈ গুছি গ'ল।

*সাধু মোৰ শেষ হ'ল,*
*ৰঙা বেলি মাৰ গ'ল;*
*নীৰৱ গধূলি আহিল নামি,*
*জাপ খালে ফুলৰ কোমল পাহি।*

*সন্ধিয়াৰ ছাঁয়া আহিছে বগাই,*
*গছৰ ডালত শুইছে চৰাই;*
*তিৰবিৰ তিৰবিৰ তৰা আকাশত,*
*ধৰণীয়ে মেলে যেন চকু আবেশত।*

*লুকাই থকা জোন আহিছে ওলাই,*
*ৰাতিৰ বোকোচাৰে বগুৱা বাই;*
*ৰাতি যে এতিয়া হ'ল বহুত গভীৰ,*
*আহাঁ সোণ বুকুলৈ মিঠা টোপনিৰ।*

# ম'ৰাপাখি

পুৰণিকালত এখন অতি প্ৰাচীন নগৰ আছিল। সেই নগৰখন পৃথিৱীৰ ভিতৰতে সুন্দৰ আৰু ঐশ্চৰ্যশালী আছিল। নগৰখনক কেউফালৰপৰা ঘেৰি থকা ওখ ওখ আকাশচুম্বী পৰ্বতবোৰে যেন ৰ'দ জিল্‌মিল্ মেঘবোৰ চুবলৈহে চেষ্টা কৰিছিল। পৰ্বতে ঘেৰি থকা উপত্যকাখনৰ মাজেৰে ৰূপোৱালী বিজুলী চমকৰ দৰে এখন নদী বৈ গৈছিল। নদীখনৰ বাটত পৰা স্বপ্নময় পদুম পুখুৰীবোৰ ৰূপালী ডাৱৰৰ বুকুত মৰকত মণি বৰণীয়া সেউজীয়া দ্বীপ যেন লাগিছিল।

নদীখনৰ সিপাৰে এটা প্ৰকাণ্ড অট্টালিকা আছিল। তিনিগৰাকী ৰূপহী জীয়েকেৰে সৈতে এজন অতি চহকী সদাগৰ সেই অট্টালিকাটোত বাস কৰিছিল। স্বভাৱ-চৰিত্ৰ, ৰূপে-গুণে অনুপমা ছোৱালী কেইজনী সদাগৰৰ আলাসৰ লাড়ু আছিল। পৃথিৱীত এনে কোনো বস্তু নাছিল যি তেওঁ জীয়েকহঁতক আনি দিয়া নাছিল। তেওঁলোকৰ খেলৰ সামগ্ৰী সেউজীয়া চকুৰ সোণালী পুতলাবোৰে যেন চকু পিৰিকিয়াই আছিল। তেওঁলোকৰ ওচৰত মনোমোহা শুৱলা গান গাব পৰা মায়াবী চৰাই আছিল। খেলাবস্তুৰ মাজত আৰু আছিল সপোন সপোন লগা স্ফটিকৰ নাও য'ত উঠি তেওঁলোকে ৰহস্যময় পৰীৰ দেশৰ সপোনপুৰীত বিচৰণ কৰিছিল।

কিন্তু সদাগৰে নিজকে জীয়েকহঁতকৈও বেছি ভাল পাইছিল; আৰু তেওঁৰ সকলোতকৈ প্ৰিয় আছিল নিজৰ ধন-সম্পত্তি, ঐশ্চৰ্য-প্ৰতিপত্তি। এদিন তেওঁ জীয়েকহঁতক ওচৰলৈ মাতি আনি সুধিলে : "আইহঁত, কোৱাঁচোন কাৰ ভাগ্যৰ বলত তোমালোকে এনেকৈ পৃথিৱীৰ সকলো সুখ-সম্পদ উপভোগ কৰিবলৈ পাইছা?"

দেউতাকৰ ভৰি চুই সেৱা কৰি ডাঙৰ জীয়েকে ক'লে : "পিতা, মই যে ইমান সুখ, ইমান আৰামত থাকিব পাৰিছো, এই সকলোবোৰ আপোনাৰ ভাগ্যৰ জোৰতে হৈছে।"

দ্বিতীয় জীয়েকে দেউতাকৰ কপালত চুমা খাই ক'লে : "পিতা, মোৰ জীৱনৰ সকলো সুখ-সম্পদৰ মূলতে আপোনাৰ ভাগ্য।"

কিন্তু সকলোতকৈ সৰু, সাউদৰ আটাইতকৈ আদৰৰ তৃতীয় জীয়েকে দেউতাকৰ চকুত চকু থৈ ক'লে : "পিতা, মই যি পাইছো এই সকলোবোৰ নিজৰ ভাগ্য আৰু কপালৰ জোৰতে পাইছো।"

"খাই পাত ফলা ছোৱালী!" সদাগৰে খঙত অগ্নিশৰ্মা হৈ ক'লে, "এই মুহূৰ্ততে

তই মোৰ ঘৰৰপৰা ওলাই যা! অকল সেয়ে নহয়, ইয়াৰপৰা তই মই দিয়া একো বস্তু, আনকি ফুটা কড়ি এটাও লৈ যাব নোৱাৰ। ময়ো দেখিম কেনেকৈ তোৰ ভাগ্য, তোৰ কপালে তোক জীয়াই ৰাখে!"

দুৰ্ভগীয়া সৰু ছোৱালীজনীয়ে চকুপানী টুকি টুকি ক'লে : "পিতা, মই আপুনি যি কয় তাকে কৰিম, মাত্ৰ মোৰ এটা ইচ্ছা পূৰণ কৰক। মোক মোৰ বেজী-সূতাৰ টেমাটো লগত লৈ যাবলৈ দিয়ক।" সদাগৰে জীয়েকৰ সেই ইচ্ছাত সন্মতি দি তেওঁক নগৰৰ বাহিৰত পৰ্বতৰ সিপাৰে থকা দূৰৰ হাবিলৈ পঠিয়াই দিলে।

ছোৱালীজনী হাবিত প্ৰথম সোমায়েই তাৰ ওখ ওখ সেউজীয়া গছবোৰৰ গাম্ভীৰ্যপূৰ্ণ সৌন্দৰ্য দেখি অত্যন্ত মুগ্ধ হ'ল। গছবোৰে যেন ডাল আৰু পাতৰ সহায়ত কুলু কুলু সুৰে বৈ থকা নিজৰাৰ লগত তাল মিলাই হালি-জালি সোণত সুৱগা চৰাইছিল। তেওঁ শিলৰ ফাঁকে ফাঁকে, শেলুৱৈৰ মাজে মাজে ফুলা সৰু সৰু ৰংবিৰঙৰ ফুলবোৰ বিভোৰ হৈ চাবলৈ ধৰিলে। মন্ত্ৰমুগ্ধৰ দৰে তেওঁ উৰি যোৱা নীলা চৰাইৰ পাখিৰ চমক্ চাই, পখিলাৰ পাছে পাছে হাত মেলি দৌৰি, কাঠৰোকা চৰায়ে ঠোঁটেৰে গছত টুকুৰিয়াই কৰা খুট্ খুট্ শব্দৰ তালে তালে নাচিবলৈ ধৰিলে। কিন্তু সন্ধিয়াৰ হেঙুলীয়া আকাশৰ ৰং ম্লান হৈ হাবিৰ মাজত গধূলিৰ ধূসৰ ছাঁ গভীৰ হৈ অহাৰ লগে লগে তেওঁৰ এৰি থৈ অহা মৰমৰ নগৰখন, ঘৰখন, দেউতাক আৰু বায়েকহঁতলৈ মনত পৰিল। হঠাতে নিস্তব্ধ হৈ যোৱা হাবিৰ মৌন গাম্ভীৰ্যতাই তেওঁৰ সকলো আনন্দ নিমিষতে নাইকিয়া কৰি দিলে। এজোপা ডাঙৰ সেউজীয়া পাতে ঢকা আঁহত গছৰ তলত বহি তেওঁ উচুপি উচুপি কান্দিবলৈ ধৰিলে।

সৰু ছোৱালীজনীয়ে কান্দি থকা দেখি বুঢ়া আঁহতজোপাৰো দুঃখ লাগিল। কাৰণ গছজোপাই নিশাৰ হাবিত চোপ লৈ থকা বিপদবোৰৰ কথা জানিছিল। দয়ালু গছজোপাই ফুচ্‌ফুচাই ক'লে : "মাজনী, অলপ পিছতে হাবিত থকা নিশাচৰ প্ৰাণীবোৰ আহাৰ বিচাৰি সিহঁতৰ খোৰোঙৰপৰা ওলাই আহিব। তোমাক ইয়াত বহি থকা দেখিলে সিহঁতে খাই পেলাব। কিন্তু ভয় নকৰিবা, মই তোমাক সকলো বিপদৰপৰা ৰক্ষা কৰিম। মোৰ গা-গছডাল মেল খোৱা দেখিলে তুমি তাৰ ভিতৰলৈ সোমাই যাবা। তুমি সোমোৱাৰ লগে লগে গা-গছডাল আকৌ বন্ধ হৈ যাব আৰু তুমি তাৰ ভিতৰতে নিশাটো নিৰাপদে কটাব পাৰিবা।"

তাৰ পিছত মুহূৰ্তৰ ভিতৰতে গছজোপাই ফাঁট মেলিলে আৰু ছোৱালীজনী সোমাই যোৱাৰ লগে লগে আকৌ বন্ধ হৈ গ'ল।

অলপ পিছতে আহাৰ বিচাৰি ভোকাতুৰ পশুবোৰ ওলাই আহিল। মানুহৰ তেজৰ গোন্ধ পাই সিহঁত বুঢ়া গছজোপাৰ কেউফালে ঘূৰিবলৈ ধৰিলে। গছজোপাৰ গাত হাতোৰাৰ চোকা নখেৰে আঁচুৰি, বাঁকুহি, গুৰিত খুঁচৰি সিহঁতে হুঁকৰিবলৈ, গুজৰিবলৈ ধৰিলে। সিহঁতে গছজোপাৰ ডাল ভাঙি, পাত ছিঙি, গুটিবোৰ গচকি ফেনেৰি উঠি

কৰিলে। কিন্তু পুৱাৰ সূৰ্য্যৰ প্ৰথম ৰেঙণি আহি হাবিখন ঢোৱাৰ লগে লগে গোটেইবোৰ আকৌ শান্ত হৈ গ'ল আৰু জন্তুবোৰ নিজৰ নিজৰ ঠাইলৈ গুছি গ'ল।

"বেলি ওলালে, আৰু হাবিখনো এটা সুন্দৰ দিনক আদৰণি জনাবলৈ সাজু হ'ল। তুমি এতিয়া নিশ্চিন্তমনে ওলাই আহিব পাৰা!" দয়ালু গছজোপাই ক'লে। কিন্তু বাহিৰলৈ ওলাই আহি ছোৱালীজনীয়ে আগৰাতি বনৰীয়া জন্তুৰ অত্যাচাৰৰ ফলত হোৱা গছজোপাৰ তকলা অৱস্থা দেখি দুখতে কান্দি পেলালে। "গছ মাতৃ! সেই নিষ্ঠুৰ জন্তুবোৰৰপৰা মোক বচাবৰ কাৰণে তুমি নিজে কিমান কষ্ট সহিলা! মই অলপ বোকা মাটি আনি তোমাৰ ঘাঁ লগা গাটোত ঘঁহি দিওঁ, তুমি কিছু সকাহ পাবা", তেওঁ ক'লে।

ছোৱালীজনীয়ে যেতিয়া বোকামাটি আনি গছজোপাৰ গাত সানি দিলে তেতিয়া গছজোপাই মৰমেৰে ক'লে : 'হ'ব বাছা, ধন্যবাদ! মোৰ ঘাঁবোৰ শুকাই গৈছে, বিষো নাইকিয়া হ'ল। আহাঁ, মোৰ ওচৰত থকা মোৰ ভনী গছজোপাৰ ফল খোৱাঁহি, আৰু মোৰ কথা মন দি শুনা। হাবিৰ মাজত স্ফটিকৰ ধাৰ যেন ফট্ফটীয়া পানীৰ এটা পুখুৰী আছে। তাত হাজাৰ হাজাৰ পদুম ফুল ফুলি আছে। সেই পদুম ফুলবোৰৰপৰা প্ৰতিদিন এমুঠিমান গুটি গোটাই লৈ পুখুৰীটোৰ চাৰিওফালে সিঁচি সন্ধিয়া আকৌ মোৰ ওচৰলৈ গুছি আহিবা।"

সদাগৰৰ জীয়েকে কিন্তু গছজোপাৰ কথাৰ একো অৰ্থ বুজি পোৱা নাছিল। তথাপি তেওঁ গছমাতৃৰ কথামতে হাবিৰ মাজৰ পদুম পুখুৰীৰপৰা পদুমৰ গুটি গোটাই লৈ পুখুৰীটোৰ কেউফালে সিঁচি দিছিল, আৰু সন্ধিয়া বেলি ডুবাৰ লগে লগে গছৰ গাত থকা ঘৰলৈ ঘূৰি আহিছিল।

পিছদিনা পুৱা তেওঁ আকৌ পদুম পুখুৰীৰ পাৰলৈ গ'ল। তালৈ গৈ তেওঁ দেখিলে পুখুৰীটোৰ কেউফালে সোণোৱালী ৰ'দৰ পোহৰত নীলা-সেউজীয়া বৰণৰ অলেখ ম'ৰাৰ পাখি জল্মলাই আছে। আচলতে সুস্বাদু পদুমগুটি খাবৰ কাৰণে হাজাৰ হাজাৰ ম'ৰা চৰাই উৰি আহি পুখুৰীৰ পাৰত বহিছিল। খুঁটিয়াই খুঁটিয়াই গুটিবোৰ খাওঁতে সিহঁতে ইটোৱে সিটোৱে কাজিয়া কৰি পৰস্পৰৰ চালিত খুঁতিয়াওঁতে সিহঁতৰ গাৰপৰা অজস্ৰ উজ্জ্বল পাখি সৰি পৰিছিল।

উত্তেজনাত অধীৰ ছোৱালীজনীয়ে ম'ৰা পাখিবোৰ বুটলি লৈ গছমাতৃৰ ওচৰলৈ দৌৰ মাৰিলে। ম'ৰা পাখিবোৰ দেখি আনন্দতে হালি-জালি গছজোপাই ক'লে : "মাজনী, এতিয়া তুমি তোমাৰ বেজী-সূতা উলিয়াই লৈ এই পাখিবোৰ গাঁথি বিচনী সাজাঁ। তেনেকুৱা এশখন বিচনী তৈয়াৰ হ'লে সেইবোৰ হাবিৰ বাহিৰলৈ লৈ গৈ বাটৰুৱা বেপাৰীক বেচিবাগৈ।"

প্ৰতিদিন পুৱা পুখুৰীৰ পাৰলৈ গৈ ছোৱালীজনীয়ে পদুমগুটি গোটাই গুটিবোৰ পুখুৰীৰ পাৰত কেউফালে সিঁচি দিছিল আৰু ইতিমধ্যে ম'ৰাবোৰে পেলাই থৈ যোৱা

পাখিবোৰ বুটলি আনিছিল। যেতিয়া এনেদৰে বহুত পাখি গোট খালে তেতিয়া তেওঁ সেইবোৰ নিয়াৰিকৈ সজাই এশখন ধুনীয়া বিচনী তৈয়াৰ কৰিলে। তাৰ পিছত তেওঁ সেই বিচনীবোৰ হাবিৰ বাহিৰত বেপাৰীৰ ওচৰত বেচিবলৈ লৈ গ'ল।

সন্মুখত ধুনীয়া বিচনীবোৰ পৰিপাটীকৈ সজাই তেওঁ দিনটো হাবিৰ বাহিৰৰ বাটৰ কাষত বহি থাকিল। হঠাতে তেওঁ দূৰ-দিগন্তত মৰুভূমিৰ সিপাৰে তামবৰণীয়া ধূলি উৰা দেখিবলৈ পালে। চাই থাকোঁতেই মৰুভূমিৰ ধূলিৰ মাজেৰে এদল উট আহি থকা দেখা গ'ল। দলটো আহি হাবিখনৰ কাষ পালত পিয়াহত আতুৰ উটবোৰে সিহঁতৰ ক্লান্ত দেহাক শান্ত কৰিবৰ কাৰণে আঁঠু কাঢ়ি বহি হাবিৰ নিজৰাৰ পানী খাবলৈ ধৰিলে। দলটোত এজন সদাগৰ আছিল। ধূলিৰে লুতুৰি-পুতুৰি সদাগৰজন ছোৱালীজনীৰ ওচৰলৈ আহি ক'লে : "সুন্দৰী! তোমাৰ এই বিচনীবোৰ অপূৰ্ব সুন্দৰ আৰু দুষ্প্ৰাপ্য। এথান ৰঙা পাটকাপোৰ আৰু এধাৰ নীলকান্ত মণি আৰু মুকুতাৰ মালাৰ বিনিময়ত বিচনীবোৰ দিবানে?" ছোৱালীজনীয়ে আনন্দমনে এই ব্যৱস্থাত সন্মতি জনালে, আৰু সদাগৰৰপৰা বস্তুখিনি লৈ গছমাতৃৰ ওচৰলৈ উভতি গ'ল।

সাউদৰ ছোৱালীজনীয়ে বিচনীৰ লগত সলাই অনা বস্তুকেইটা দেখি গছমাতৃয়ে বৰ ভাল পালে। তেওঁ ক'লে : "মাজনী, এতিয়া তুমি এই পাটৰ কাপোৰখিনিৰে নিজৰ কাৰণে এটা ধুনীয়া পোছাক চিলাই লোৱাঁ। তাৰ পিছত পোছাকটো আৰু হাৰডাল পিন্ধিলে তোমাক অৰণ্যৰ ৰাণী যেন লাগিব! পিছত



আকৌ মৰা পাখি গোটাই আৰু এহেজাৰ বিচনী সাজিবা। সেইবোৰ সম্পূৰ্ণ হ'লে আকৌ হাবিৰ বাহিৰলৈ লৈ গৈ মৰুভূমিত বেপাৰ কৰিবলৈ অহা সদাগৰৰ ওচৰত বেচিব পাৰিবা।"

ছোৱালীজনীয়ে এইবাৰ আগতকৈও ধুনীয়া আৰু এহেজাৰ বিচনী সাজি হাবিৰ বাহিৰত বেচিবলৈ লৈ গ'ল। অলপ পিছতে দূৰ দিগন্তত তাম বৰণীয়া ধূলি উৰা দেখা গ'ল। উটৰ সমদল লৈ অহা বেপাৰীজন আকৌ ছোৱালীজনীৰ ওচৰলৈ আহি ক'লে : "আইদেউ, এটা ভাল খবৰ আনিছো; মই তোমাৰ বিচনীবোৰ ৰজাৰ ওচৰত বিক্ৰী কৰিলো। ৰজাই ভাল পাই এইবাৰ তোমাৰ হাতৰ আৰু এহেজাৰখন বিচনী বিচাৰিছে।"

অলপ সময় মনে মনে কিবা ভবাৰ পিছত ছোৱালীজনীৰ চকু মুখ উজ্জ্বল হৈ উঠিল। তেওঁ উত্তৰ দিলে : "আপোনাৰ ৰজাক ক'ব, তেওঁক যদি এহেজাৰ বিচনী লাগে তেন্তে তেওঁ নিজেই আহিব লাগিব।"

"মূৰ্খ নাৰী!" সদাগৰজনৰ খং উঠিল। "আমাৰ ৰজাৰ ৰাজ্য ইয়াৰপৰা বহুত দূৰত। মৰুভূমিৰ মাজেৰে যাত্ৰা কৰাটো বৰ কঠিন আৰু আমনি লগা। আজিলৈকে কোনো ৰজাই মৰুভূমিৰ শুকান, নীৰস বালিৰ ওপৰেৰে যাত্ৰা কৰা নাই।" তেওঁ ক'লে।

"যিয়েই কি নহওক, আপোনাৰ ৰজাই যদি মোৰ বিচনী কিনিব খোজে তেন্তে তেওঁ নিজে আহিব লাগিব", বিচনীবোৰ সামৰি লৈ হাবিলৈ উলটি যাওঁতে ছোৱালীজনীয়ে কৈ গ'ল।

তাৰ পিছত বহুত দিন পাৰ হৈ গ'ল। ইতিমধ্যে উটৰ দলটো আকৌ আহিবৰ সময় হ'ল। ছোৱালীজনী তেওঁৰ ৰঙা পাটৰ পোছাকটো আৰু নীলকান্ত মণি আৰু মুকুতাৰ হাৰডাল পিন্ধি আগেয়ে সাজি থোৱা এহেজাৰ বিচনী লগত লৈ হাবিৰ বাহিৰলৈ ওলাই আহিল। সন্মুখত বিচনীবোৰ ধুনীয়াকৈ সজাই তেওঁ বেপাৰীৰ দলটোৰ অপেক্ষাত বহি ৰ'ল। আকৌ এবাৰ মৰুভূমিৰ সিপাৰে ধূলি উৰুৱাই অহা বেপাৰীৰ দলটো দেখা গ'ল। এইবাৰ কিন্তু দলটোৰ লগত ৰজা নিজে আহিছিল।

প্ৰথম দৰ্শনতে ৰজা সেই ধুনীয়া ছোৱালীজনীৰ প্ৰেমত পৰিল। "সুন্দৰী!" বিমুগ্ধ নয়নেৰে তেওঁলৈ চাই ৰজাই সুধিলে, "তোমাৰ এই এহেজাৰ বিচনীৰ বিনিময়ত তুমি কি ল'বা?"

"মই আপোনাৰ ৰাণী হ'ব খোজোঁ!" ধুনীয়া ছোৱালীজনীয়ে লাজ লাজকৈ উত্তৰ দিলে।

"তেনেহ'লে মোৰ লগত মৰুভূমিৰ সিপাৰে থকা মোৰ ৰাজ্যলৈ ব'লা; তাতে তোমাক বিয়া কৰাই মই ৰাণী পাতিম", ৰজাই ক'লে।

"কিন্তু মইতো হাবিৰ মানুহ; আৰু হাবিতেই সদায় থাকিব খোজোঁ। মোক বিয়া কৰাই ৰাণী পাতিবলৈ হ'লে ইয়াতে এটা কাৰেং সজাই আপুনিও মোৰ লগত হাবিতে থাকিব লাগিব", ছোৱালীজনীয়ে ক'লে।



ৰজাই ছোৱালীজনীক খুব বেছি ভাল পাইছিল। সেয়ে তেওঁ অনুচৰবৰ্গক মাতি ততালিকে হাবিত ভাবী ৰাণী আৰু তেওঁৰ কাৰণে এটা বিতোপন কাৰেং সাজিবলৈ আদেশ দিলে।

ওচৰ-পাজৰৰ গাঁওবোৰৰপৰা শ শ মানুহ মাতি আনি কামত লগাই দিয়া হ'ল। হাবিখনৰ হাজাৰ হাজাৰ গছ আৰু জঙ্গল কাটি ঠাই মুকলি কৰা হ'ল। অকলশৰীয়া ছোৱালীজনীক বিপদৰ সময়ত মৰমেৰে আশ্ৰয় দিয়া দয়ালু বুঢ়া গছজোপাত কিন্তু কোনেও হাত নলগালে। বৰং ছোৱালীজনীৰ মৰমৰ গছমাতৃক মাজত ৰাখি তাৰ কেউফালে সেউজীয়া পাথৰৰ এটা ধুনীয়া কাৰেং সজা হ'ল।

নতুন প্ৰেমৰ ন আনন্দত ৰজাই ধুনীয়া ছোৱালীজনীক বিয়া কৰাই তেওঁক অজস্ৰ ধন-সম্পত্তি উপহাৰ দিলে। যেতিয়া ৰজাই নতুন ৰাণীক সেউজীয়া কাৰেংটোলৈ আগবঢ়াই লৈ গ'ল তেতিয়া গছমাতৃয়ে আনন্দতে ভালৰো ভাল ফুলেৰে তেওঁলোকৰ বাটত দলিচা পাৰি দি তেওঁলোকক আদৰণি জনালে আৰু আশীৰ্বাদ দিলে।

বহুত বছৰৰ পিছত এদিনাখন ৰাণীয়ে খিৰিকীৰে কাৰেঙৰ উদ্যানৰ শোভা চাই আছিল। তেনেতে তেওঁ দেখিলে এজন আলৰ বুঢ়াই বাগিছাৰ গোলাপ ফুলৰ গুৰিত পানী দি আছে। মানুহজনৰ সম্ৰান্ত চেহেৰা আৰু সংযত আচৰণে তেওঁক দেউতাকলৈ মনত পেলাই দিলে। ৰাণী

অলপ বিমোৰত পৰিল। কাষতে থিয় হৈ থকা ৰজালৈ ঘূৰি চাই তেওঁ ক'লে : "সৌ যে আমাৰ গোলাপৰ বাগিছাত পানী দি আছে মানুহজন, তেওঁৰ মুখখন বৰ চিনাকী চিনাকী লাগিছে। কিন্তু তাতকৈও আচৰিত কথা হ'ল তেওঁক দেখি মোৰ দেউতালৈ মনত পৰিছে! পিছে মোৰ দেউতাতো এজন ডাঙৰ প্ৰতিপত্তিশালী সদাগৰ, আৰু তেওঁ এটা প্ৰকাণ্ড অট্টালিকাত ৰজাৰ দৰে থাকে! মানুহজনক কাৰেঙলৈ মাতি আনি তেওঁনো কোন, ক'ৰপৰা আহিছে সোধোঁ বলক।"

দুৰ্ভগীয়া বুঢ়াজনক ৰজাৰ কোঠালৈ লৈ গ'লত তেওঁকনো কিয় মাতিছে একো তৎ ধৰিব নোৱাৰি মানুহজন ভয়তে কঁপিবলৈ ধৰিলে। নম্ৰভাৱে তেওঁ ৰজাক অভিবাদন জনালে। পিছত ৰাণীলৈ মূৰ তুলি চোৱাৰ লগে লগে তেওঁ নুমলীয়া জীয়েকক চিনি পালে। থোকাথুকি মাতেৰে তেওঁ ক'লে : "মাজনী, নুমলী, তোমাক ঘৰৰপৰা হাবিলৈ উলিয়াই পঠিয়াই মই কিমান অনুতপ্ত তুমি কি বুজিবা? পাৰ্থিৱ ধন-সম্পত্তিৰ অহংকাৰতে মই তোমাক ঘৰৰপৰা খেদি দিছিলোঁ।"

মানুহজনৰ কথা শুনি ৰজাই বিচুৰ্তি খালে। কিন্তু ৰাণীয়ে ৰজালৈ চাই ক'লে : "তেওঁ মোৰ দেউতাই হয়! পিছে তেওঁ মোক হাবিলৈ খেদি দিছিল যদিও মই তেওঁক আগৰ দৰেই শ্ৰদ্ধা ভক্তি কৰোঁ।"

অতীতৰ কথা মনত পৰি ৰাণীৰ অন্তৰত শোকে খুন্দা মাৰি ধৰিলে। করুণ মাতেৰে তেওঁ সুধিলে : "পিতা, ভাগ্যৰ কি বিপাকত আজি আপুনি এনেদৰে মোৰ দুৱাৰ পালেহি?"

বুঢ়া সদাগৰজন লাজ আৰু দুখত অলপ সময় নিমাতে থাকিল। তাৰ পিছত তেওঁ লাহে লাহে উত্তৰ দিলে : "বাছা, মই সকলো সম্পত্তি হেৰুৱালো। দুখীয়া, দাল-দৰিদ্ৰ হৈ জীয়াই থকাৰ অপমান সহিব নোৱাৰি নগৰ এৰি হাবিলৈ গুছি আহিলো। তাৰ পিছৰ পৰাই কেইটামান পইচাৰ কাৰণে মই দিনে-ৰাতিয়ে খাটনি খাটিছো।"

"মোৰ মৰমৰ বাইদেউহঁত ক'ত?" চল্‌চলীয়া চকুৰে দেউতাকলৈ চাই ৰাণীয়ে সুধিলে।

"ধনী ধনী সদাগৰৰ লগত সিহঁতৰ বিয়া পাতি দিলো। এতিয়া মই কপৰ্দকশূন্য হ'লত সিহঁতে মোক নিজৰ দেউতাক বুলি চিনাকী দিবলৈ লাজ পায়", বুঢ়াই দুখেৰে ক'লে।

"পূজনীয় পিতা, এতিয়া আপুনি আগতকৈও বেছি সুখ-সম্পদৰ অধিকাৰী হৈ আমাৰ লগত আমাৰ কাৰেঙত সন্মানেৰে থাকিব", ৰাণীয়ে ক'লে।

আলফুলে আঁকোৱালি লৈ ৰাণীয়ে দেউতাকক আলহীঘৰলৈ লৈ গ'ল। হুমুনিয়াহ পেলাই বুঢ়া সদাগৰে ক'লে : "মাজনী, তুমি ঠিকেই কৈছিলা, কোনো মানুহ আন কাৰোবাৰ ভাগ্যৰ বলত জীয়াই থাকিব নোৱাৰে। মানুহে যি পায় সকলো নিজৰ ভাগ্য আৰু কপালৰ জোৰতে পায়। এতিয়া মই ভালদৰে বুজি পাইছো যে পৃথিৱীৰ সমস্ত

ঐশ্চৰ্য-বিভূতিৰ বিনিময়তো মৰম কিনিব নোৱাৰি।”

*সাধু মোৰ শেষ হ'ল,*
*ৰঙা বেলি মাৰগ'ল;*
*নীৰৱ গধূলি আহিল নামি,*
*জাপ খালে ফুলৰ কোমল পাহি।*

*সন্ধিয়াৰ ছাঁয়া আহিছে বগাই,*
*গছৰ ডালত শুইছে চৰাই;*
*তিৰবিৰ তিৰবিৰ তৰা আকাশত,*
*ধৰণীয়ে মেলে যেন চকু আৱেশত।*

*লুকাই থকা জোন আহিছে ওলাই,*
*ৰাতিৰ বোকোচাৰে বগুৰা বাই;*
*ৰাতি যে এতিয়া হ'ল বহুত গভীৰ,*
*আহাঁ সোণ বুকুলৈ মিঠা টোপনিৰ।*



# কথা কোৱা চৰাই হীৰামণ

এখন হাবিৰ কাষত এটা ভগা-ছিগা উৰুখা জুপুৰী ঘৰ আছিল। তাতে ঘৈণীয়েকক লগত লৈ এজন চৰাই ধৰা মানুহ বাস কৰিছিল। বছৰৰ প্ৰতিটো দিনেই তেওঁ চৰাই বিচাৰি হাবিয়ে হাবিয়ে ঘূৰি ফুৰিছিল। এনেকৈ ঘূৰি তেওঁ যি চৰাই ধৰিছিল তাকে চহৰৰ বজাৰত বেচি জীৱিকা আৰ্জন কৰিছিল। কিন্তু চৰাই বেচি পোৱা পইচাকেইটা তেওঁলোকৰ পেট পুহিবৰ কাৰণে যথেষ্ট নাছিল। তেওঁলোকে সদায় আধাপেটীয়াকৈ অভাৱত দিন কটাইছিল।

এনিশা, দিনটোৰ কামৰ শেষত চৰাই ধৰা মানুহজন যেতিয়া ঘৰলৈ ঘূৰি আহিল, ঘৈণীয়েকে ক'লে : "শুনক, আমি কেলেই সদায় অভাৱত থাকিবলগীয়া হৈছে মই বুজি পাইছো। আপুনি ধৰি অনা চৰাইবোৰ যে সদায় বেচি দিয়ে সেইকাৰণেই এনে হবলৈ পাইছে। আমি যদি নিজৰ ভোক গুচাবৰ কাৰণে কেতিয়াবা তাৰে একোটা চৰাই মাৰি খাওঁ তেতিয়া হয়তো আমাৰ ভাগ্যলৈকো কিছু পৰিৱৰ্তন আহিব, আৰু আমাৰ অভাৱৰ অন্ত পৰিব। কাইলৈ আমি এটাও চৰাই নেবেচোঁ; বৰং মই আপোনাৰ কাৰণে বৰ জুতি লগাকৈ চৰাইৰ মাংস ৰান্ধিম। মাংস আৰু ভাত খাবলৈ বৰ ভাল লাগিব। তাৰ পিছত আমাৰ ভাগ্যই কোন দিশে গতি লয় চাম।"

চৰাই ধৰা মানুহজন ঘৈণীয়েকৰ কথাত সহজেই মান্তি হ'ল। পিছদিনা পুৱা তেওঁ খুব সোনকালে হাবিলৈ ওলাই গ'ল। কিন্তু দুখৰ বিষয়, সেইদিনা তেওঁ এটাও চৰাই ধৰিব নোৱাৰিলে। আকাশত, গছৰ ডালত ক'তো এটা চৰায়ো তেওঁ দেখিবলৈ নাপালে। চৰাই দেখাৰ আশাত তেওঁ গোটেই দিনটো ইফালে সিফালে ঘূৰি ফুৰিলে, কিন্তু বেলি ডুবাৰ পৰলৈকে আনকি বাহলৈ ঘূৰি অহা চৰাই এটাও তেওঁৰ চকুত নপৰিল।

ভাগৰত অৱশ আৰু হতাশ হৈ তেওঁ ঘৰলৈকে ঘূৰি যাবলৈ সাজু হওঁতেই হঠাতে তাল গছ এজোপাৰ ওপৰত অকলশৰে বহি থকা চৰাই এটা তেওঁৰ চকুত পৰিল। চৰাইটোৱে তাৰ সুৱদি কণ্ঠেৰে সন্ধিয়াৰ সোণোৱালী সপোনৰ গীত গাই আছিল। ততালিকে চৰাইটো ধৰি ঘৈণীয়েকক ৰান্ধিবলৈ দিবৰ কাৰণে তেওঁ ততাতৈয়াকৈ ঘৰলৈ লৈ গ'ল।

"আজি তুমি কেনে অপূৰ্ব চৰাই এটা আনিছা!" ভয়ত বিতত অকণমানি চৰাইটোৰ কোমল পাখিত মৰমেৰে হাত বুলাই বুলাই ঘৈণীয়েকে ক'লে। 'ইয়াৰ ডেউকাৰ ৰং ৰ'দ জ্বল্‌মল্ ডাৱৰৰ নিচিনা, বুকুৰ পাখি অস্ত আকাশৰ ৰঙৰ দৰে হেঙুল বৰণীয়া, আৰু

কণমানি ঠেং দুখন যেন পদ্মৰাগ মণিৰ ৰঙা ৰঙেৰেহে বোলোৱা! এনেহেন ধুনীয়া চৰাই এটানো কোন সতেৰে মাৰি খাম?”

চৰাই ধৰা মানুহজনে ঘৈণীয়েকৰ কথাৰ উত্তৰ দিবলৈ পোৱাৰ আগতেই সেই অকণমানি চৰাইটোৱে মাত লগালে: “আই, মই আপোনাক কাকূতি কৰিছো, মোক নামাৰিব! বৰং মোক ৰজাৰ ওচৰলৈ লৈ গৈ বেচি দিয়ক। মোক বেচি আপোনালোকে বহুত টকা পাব, আৰু আপোনালোকৰ সকলো অভাৱৰ অন্ত পৰিব।”

চৰাইটোৰ স্পষ্ট কথা শুনি তেওঁলোকে যেন নিজৰ কাণকে বিশ্বাস নকৰিব! আচৰিত হৈ তেওঁলোকে চৰাইটো চাবলৈ ধৰিলে। ঘৈণীয়েকে ক'লে: “ৰূপহ চৰাই, আমিনো ৰজাৰপৰা তোমাৰ কাৰণে কি দাম বিচাৰিম?”

“সেইটো মোৰ ওপৰত এৰি দিয়ক”, চৰাইটোৱে উত্তৰ দিলে, “মাত্ৰ মোক ৰজাৰ ওচৰলৈ লৈ গৈ বেচিব খোজাৰ কথা ক'ব। ৰজাই যেতিয়া দামৰ কথা সুধিব তেতিয়া ক'ব ‘মহাৰাজ, চৰাইটোৱে তাৰ দামৰ কথা নিজেই ক'ব’!”



পিছদিনাখন চৰাই ধৰা মানুহজন আৰু ঘৈণীয়েক চৰাইটো লৈ ৰাজকাৰেঙলৈ গ'ল আৰু ৰজাৰ আগত চৰাইটো বেচিবলৈ অনাৰ কথা ক'লে। ধুনীয়া চৰাইটো দেখি ৰজা মুগ্ধ হ'ল আৰু সুধিলে : "এই সুন্দৰ চৰাইটোৰ কাৰণেনো কিমান দাম ল'বা?"

"মহাৰাজ", চৰাই ধৰা মানুহজনে ক'লে, "তাৰ দামৰ কথা চৰাইটোৱে নিজেই ক'ব।"

"কি?" ৰজা আচৰিত হ'ল। "তোমাৰ মতে এই চৰাইটোৱে নিজৰ দামৰ কথা নিজেই ক'ব? সি কথা ক'ব পাৰে?"

"হয় মহাৰাজ", চৰাই ধৰা মানুহজনে উত্তৰ দিলে, "আপুনি সুধিলে সি নিজৰ কাৰণে কিমান দাম আশা কৰে কৈ দিব।"

ৰজাৰ কিন্তু কথাটো বিশ্বাস হোৱা নাছিল। তেওঁ চৰাইটোৰ ফালে চাই ধেমালি কৰি সুধিলে : "তেনেহ'লে কোঁৱাচোন ৰূপহ চৰাই, তোমাৰ নাম কি আৰু তুমি নিজকে কিমান দামৰ উপযোগী বুলি ভাবা?"

"মোৰ নাম হীৰামণ", চৰাইটোৱে উত্তৰ দিলে, "মই এটা বিৰল জাতৰ চৰাই। মহাৰাজ, মোৰ দাম হ'ল এহেজাৰ সোণৰ মোহৰ।"

চৰাইটোৱে কথা কোৱা শুনি ৰজা যিমান আচৰিত হ'ল, তাতোকৈও আচৰিত হ'ল সি নিজৰ কাৰণে নিৰ্দিষ্ট কৰা দামটো শুনি। "হীৰামণ", ৰজাই সুধিলে, "এহেজাৰ সোণৰ মোহৰ বৰ বেছি হোৱা নাইনে বাৰু?"

"মহাৰাজ", হীৰামণে উত্তৰ দিলে, "মই কোৱা দামটো বেছি বুলি নাভাবিব, কাৰণ মোৰপৰা আপোনাৰ বহুত লাভ হ'ব। মই আপোনাৰ সহায় হ'ম।"

"তুমিনো মোক কি সহায় কৰিবা, হীৰামণ?" ৰজাই হাঁহি সুধিলে।

"সময়ত মহাৰাজে নিজেই গম পাব", চৰাইটোৱে বিজ্ঞৰ দৰে উত্তৰ দিলে।

হীৰামণৰ প্ৰতি ৰজা অতিকৈ আকৃষ্ট হ'ল। তাৰ জ্ঞানগৰ্ভ কথাত মোহিত হৈ তেওঁ ৰাজভঁড়ালীক মাতি চৰাই ধৰা মানুহজনক এহেজাৰ সোণৰ মোহৰ দিবলৈ আদেশ দিলে। তাৰোপৰি তেওঁ হীৰামণৰ কাৰণে এটা বিশেষ ধৰণৰ সোণৰ সঁজা সাজিবলৈকো আদেশ দিলে।

ৰজাৰ চাৰিগৰাকী ধুনীয়া ৰাণী আছিল। তেওঁলোকে এগৰাকীয়ে আনগৰাকীক দেখিব নোৱাৰিছিল, আৰু পৰস্পৰৰ প্ৰতি হিংসাত জ্বলি-পুৰি মৰিছিল। পুৱাৰেপৰা ৰাতিলৈকে তেওঁলোকে সদায় কিবা নহয় কিবা কথাত কাঁজিয়া কৰি আছিল। তেওঁলোকৰ অনৰ্গল কাজিয়া দেখি-শুনি ৰজা অতিষ্ঠ হৈছিল, কিন্তু তাৰ অন্ত পেলোৱাৰ উপায় হ'লে পোৱা নাছিল। কিন্তু হীৰামণ অহাৰ দিন ধৰি ৰজাই সেই দন্দুৰী ৰাণী কেইগৰাকীৰ কথা একেবাৰে পাহৰি পেলালে। আজৰি সময়খিনি তেওঁ চৰাইটোৰ লগতে কটাই দিছিল।

হীৰামণেও গান গাই, নাচি ৰজাৰ চিত্ত বিনোদন কৰিছিল। বিভিন্ন বিষয়ত সি

ৰজাক পাণ্ডিত্যপূৰ্ণ দিহা-পৰামৰ্শ দিছিল। কোনো চিন্তাত ৰজাৰ মন অশান্ত হোৱা যেন দেখিলে সি বিভিন্ন দেৱ-দেৱীৰ স্তুতি পাঠ কৰি ৰজাৰ মনলৈ শান্তি ঘূৰাই আনিছিল। এনেকৈয়ে লাহে লাহে হীৰামণ ৰজাৰ অভিন্ন সঙ্গী হৈ পৰিল।

ইফালে হীৰামণৰ প্ৰতি ৰজাৰ মৰম যিমানে বাঢ়ি গ'ল সিমানে ৰাণীসকল হিংসাত জ্বলিবলৈ ধৰিলে। মনে মনে তেওঁলোকে চৰাইটো মাৰি পেলোৱাৰ সিদ্ধান্ত ল'লে। জীৱনত প্ৰথমবাৰৰ কাৰণে তেওঁলোক এটা কথাত একমত হ'ল। বৰকুঁৱৰীয়ে আন সৰু কুঁৱৰী কেইগৰাকীক মাতি ক'লে : "মহাৰাজ কাৰেঙত নথকা সময়ত চৰাইটোৰ ওচৰলৈ গৈ আমাৰ মাজত কোন দেখিবলৈ আটাইতকৈ বেয়া সোধোঁগৈ ব'লা। তাৰ পিছত সি যাক সকলোতকৈ কুৎসিত বুলি কয় সিয়ে তাক মাৰি পেলাব।"

লাহে লাহে বসন্তকাল আহিল। বিভিন্ন চৰাইৰ কল-কাকলিৰে হাবিবন মুখৰিত হ'ল। এনে পৰিবেশত এটা সুন্দৰ দিন চাই ৰাতিপুৱাই বন্ধু-বান্ধৱক লগত লৈ ৰজা চিকাৰ কৰিবলৈ ওলাল। ৰজা কাৰেঙৰ বাহিৰলৈ যোৱাত সুবিধা পাই চাৰিও গৰাকী ৰাণী সোণৰ সঁজাত হীৰামণ থকা ডাঙৰ চ'ৰা ঘৰটোলৈ গ'ল। বৰকুঁৱৰীয়ে চৰাইটোৰ ওচৰলৈ গৈ ক'লে : "হে বুদ্ধিমান চৰাই! শুনিছো তোমাৰ বিচাৰ সদায় নিৰপেক্ষ আৰু ৰায় ন্যায়সঙ্গত। কোৱাঁচোন, আমি চাৰিও গৰাকীৰ ভিতৰত সবাতোকৈ সুন্দৰী কোন, আৰু কোন আটাইতকৈ কুৰূপা?"

"মই এই সঁজাৰ ভিতৰত বন্ধ হৈ থাকোঁতে আপোনালোকক ন্যায়বিচাৰ কেনেকৈ দিম?" চৰাইটোৱে উত্তৰ দিলে। "আপোনালোকে যদি মোৰপৰা নিৰপেক্ষ ৰায় বিচাৰে তেন্তে মোৰ সঁজাৰ দুৱাৰখন খুলি দিয়ক। তেতিয়া মই বাহিৰলৈ ওলাই গৈ আপোনালোক প্ৰত্যেককে ওচৰৰপৰা খুতি-নাতি মাৰি চাব পাৰিম। তাৰ পিছতহে মই মোৰ নিৰপেক্ষ ৰায় দিব পাৰিম।"

চৰাইটো যাতে ওলাই যাব নোৱাৰে তাৰ বাবে ৰাণী কেইগৰাকীয়ে কোঠাটোৰ আটাইবোৰ দুৱাৰ খিৰিকী বন্ধ কৰাই দিলে। বুদ্ধিমান চৰাইটোৱেও ওলাই যোৱাৰ বাট বিচাৰি ৰত্নখচিত কোঠাটোৰ কেউফালে চকু ফুৰালে, আৰু একোণত পানী ওলাবৰ কাৰণে থকা ফুটাটো দেখি প্ৰয়োজনৰ সময়ত সেই বাটেৰেই পলাবলৈ মনস্থ কৰিলে। সঁজাৰ দুৱাৰ খুলি বৰকুঁৱৰীয়ে হীৰামণক মুকলি কৰি দিলে। চাৰিও গৰাকী ৰাণীকে ভৰিৰেপৰা মূৰলৈকে ভালকৈ চাই সি ক'লে : "আপোনালোক কোনো এগৰাকীৰে সৌন্দৰ্যই সাত সাগৰ তেৰ নদীৰ সিপাৰে থকা সুন্দৰী-ৰাজকুমাৰী গৰাকীৰ ভৰিৰ কেঞা আঙুলিটোৰ লগতো ফেৰ মাৰিব নোৱাৰে।" চৰাইটোৱে এনেকৈ তেওঁলোকৰ সৌন্দৰ্যক অৱমাননা কৰা দেখি ৰাণীসকলে খঙে অপমানে চৰাইটোক ধৰি মাৰিবলৈ চোঁচা ল'লে। কিন্তু বুদ্ধিমান হীৰামণ সাজু হৈয়ে আছিল। ধৰিবলৈ পোৱাৰ আগতেই সি পানী



ওলোৱা ফুটাটোৰে ভুৰুংকৈ ওলাই পলাই গ'ল আৰু ওচৰতে থকা এজন খৰিকটীয়াৰ ঘৰত আশ্ৰয় ল'লৈগে।

পিছদিনা চিকাৰৰপৰা ঘূৰি আহি পোনচাটেই ৰজা সোণৰ সঁজাত থকা হীৰামণক মাত দিবলৈ গ'ল। কিন্তু সঁজাটো খালি দেখি ৰজা বৰ আচৰিত আৰু চিন্তিত হ'ল। তেওঁ ৰাণী, লগুৱা-লিক্‌চৌ, আনকি মন্ত্ৰীসকলকো মতাই হীৰামণৰ কথা সুধিলে; কিন্তু চৰাইটোনো কেনি, কেতিয়া, কেনেকৈ ওলাই গ'ল কোনেও তাৰ ভূ দিব নোৱাৰিলে। ৰজাৰ অতি মৰমৰ চৰাইটো হেৰোৱাৰ খবৰ নগৰত ঢোল পিটি শুনাই দিয়া হ'ল; লগতে যেয়ে হেৰোৱা চৰাইটো বিচাৰি আনি দিব পাৰিব তেওঁক এশ সোণৰ মোহৰেৰে পুৰষ্কৃত কৰা হ'ব বুলিও ঘোষণা কৰি দিয়া হ'ল।

ঘোষণাটো শুনি খৰিকটীয়াজন আনন্দত উৎফুল্লিত হ'ল। ততালিকে তেওঁ ঘৰত আশ্ৰয় লৈ থকা হীৰামণক লৈ ৰাজপ্ৰাসাদলৈ গ'ল আৰু ৰজাক চৰাইটো দি এশ সোণৰ মোহৰ পুৰষ্কাৰ ল'লে। তেওঁৰ আদৰৰ চৰাইটো বুকুত সাবটি লৈ ৰজাই চল্‌চলীয়া চকুৰে সুধিলে : "হীৰামণ, মোৰ বন্ধু, মই নথকা অৱস্থাত ঘৰ এৰি তুমি ক'লৈ গুচি গৈছিলা ?"

"দয়ালু মহাৰাজ! মোৰ হেপাহৰ বন্ধু! আপোনাক এৰি গুচি যোৱাৰ কথা মই ভাবিবই নোৱাৰোঁ", হীৰামণে ক'লে, "আপোনাৰ অনুপস্থিতিত ৰাণীসকলে মোক মাৰি পেলোৱাৰ চক্ৰান্ত কৰিছিল। কিন্তু সেই ষড়যন্ত্ৰৰ কথা বুজিব পাৰি মই বুদ্ধি কৰি সঁজাৰপৰা ওলাই পানী ওলোৱা ফুটাটোৰে পলাই গ'লো। তাৰ পিছত মই ওচৰতে থকা খৰিকটীয়াৰ ঘৰত আশ্ৰয় লৈ আছিলোগৈ।"

"কিন্তু হীৰামণ, ৰাণীসকলে কিয় তোমাক মাৰি পেলোৱাৰ ষড়যন্ত্ৰ কৰিছিল?" ৰজাই আচৰিত হৈ সুধিলে।

"সেইবোৰ বহুত কথা", হীৰামণে উত্তৰ দিলে, "কিন্তু মই আপোনাক থোৰতে কৈ থওঁ। মোৰ প্ৰতি আপোনাৰ মৰম দেখি ৰাণীসকলৰ হিংসা হৈছিল। তাৰ পিছত আকৌ মই ক'লো, সাত সাগৰ তেৰ নদীৰ সিপাৰে থকা ধুনীয়া ৰাজকুমাৰী গৰাকীৰ ভৰিৰ কেঁএটা আঙুলিটোৰ লগতো তেওঁলোকৰ কাৰো তুলনা নহয়। তেতিয়া তেওঁলোকে মোক ডিঙি মুচৰি মাৰিব খুজিলে। ভাগ্যক্ৰমে মই পলাই যাব পাৰিলো।"

হীৰামণৰ প্ৰতি ৰাণীসকলৰ ব্যৱহাৰৰ কথা শুনি ৰজা খঙত অগ্নিশৰ্মা হ'ল। তেওঁ ৰাণীকেইগৰাকীক বহুত দূৰৰ দুৰ্গম মৰুভূমিলৈ নিৰ্বাসন দিলে, যাতে তেওঁলোক আৰু কোনোকালে ৰাজ্যলৈ ঘূৰি আহিব নোৱাৰে।

অলপ দিনৰ পিছত ৰজাই হীৰামণক সঁজাৰপৰা উলিয়াই নিজৰ আঁঠুৰ ওপৰত বহুৱাই সুধিলে : "হীৰামণ, তুমি ৰাণীহঁতক কোৱা সাত সাগৰ তেৰ নদীৰ সিপাৰৰ ৰাজকুমাৰীগৰাকীৰ কথাটো সঁচা নেকি ?"

"মই সঁচা কথাই কৈছিলো", হীৰামণে উত্তৰ দিলে

"বুদ্ধিমান হীৰামণ, আমিনো সেই ৰাজকুমাৰীৰ ওচৰলৈ কেনেকৈ যাব পাৰিম জানানে?" ৰজাই আকৌ সুধিলে।

"জানোতোন! মই মহাৰাজক তেওঁৰ পদূলিলৈকে লৈ যাব পাৰিম; কিন্তু এটা চৰ্ত আছে। তাৰ বাবে মহাৰাজে মই যি কওঁ তাকে কৰিব লাগিব।"

ৰজা চৰাইটোৰ কথাত সন্মত হ'ল।



"প্ৰথমতে আমি এটা পখিৰাজ ঘোঁৰা বিচাৰিব লাগিব। সি আমাক সাত সাগৰ তেৰ নদীৰ সিপাৰে থকা ধুনীয়া ৰাজকুমাৰীৰ কাৰেঙৰ মুখলৈকে উৰাই নিব পাৰিব", হীৰামণে ক'লে।

"কিন্তু আমি এতিয়া পখিৰাজ ঘোঁৰা এটা ক'ত পাম?" ৰজাই আচৰিত হৈ সুধিলে।

"আপোনাৰ ঘোঁৰাশালত বহুত ধুনীয়া ধুনীয়া ঘোঁৰা আছে, তাৰ মাজত পখিৰাজ ঘোঁৰা এটা ওলায় নেকি চাওঁগৈ, বলক", হীৰামণে উত্তৰ দিলে।

হীৰামণক লৈ ৰজা ততালিকে ঘোঁৰাশাললৈ গ'ল। তেওঁলোকে এটা এটাকৈ ঘোঁৰাবোৰ খুঁটিয়াই চাবলৈ ধৰিলে। ভালৰো ভাল বিৰল সঁচৰ ঘোঁৰাবোৰৰ কাষেৰে উৰি গৈ হীৰামণ এটা হাড়ে-ছালে লগা ঘোঁৰাপোৱালিৰ ওচৰত ৰ'লগৈ। "আমি বিচৰা ঘোঁৰা এইটোৱেই!" আনন্দতে সি চিঞৰি উঠিল, "কাৰণ, এইটোৱেই সেই বিশেষ পখিৰাজ জাতৰ ঘোঁৰা। কিন্তু ধুনীয়া ৰাজকুমাৰীৰ কাৰেঙলৈ যোৱা সেই দীঘলীয়া আৰু কঠিন যাত্ৰা আৰম্ভ কৰাৰ আগতে ছমাহ তাক উৎকৃষ্ট মাহ-দানা খুৱাই মজবুত কৰিব লাগিব", সি ক'লে।

তাক ভালদৰে তদাৰক কৰিবৰ কাৰণে ৰজাই ঘোঁৰাপোৱালিটো এটা বিশেষ ঘোঁৰাশাললৈ লৈ গ'ল। নিজহাতে তেওঁ ঘোঁৰাটোক ৰাজ্যত উৎপন্ন হোৱা সকলোতকৈ ভাল সঁচৰ মাহ খুৱালে। ঘোঁৰাপোৱালিটো সোনকালেই এটা উত্তম ঘোঁৰাত পৰিণত হ'ল। তাৰ পিঠিৰপৰা ওলোৱা পাখি দুখন ৰজা-ঈগলৰ ডেউকাতকৈও ডাঙৰ আৰু বহল আছিল। এইবাৰ হীৰামণে পখিৰাজ যাত্ৰাৰ কাৰণে সম্পূৰ্ণ প্ৰস্তুত বুলি ক'লে। চৰাইটোৱে ৰজাক ৰূপৰ কাম কৰা কাৰিকৰৰ হতুৱাই এহেজাৰ ৰূপৰ গুটি তৈয়াৰ কৰাই লবলৈ অনুৰোধ কৰিলে। যাত্ৰাৰ সময়ত লগত লৈ যাবলৈ ৰূপৰ গুটিবোৰ জৰুৰী আছিল।

অলপ সময়ৰ ভিতৰতে ৰজাৰ ৰূপ-কাৰিকৰে এহেজাৰ চক্‌চকীয়া ৰূপৰ গুটি তৈয়াৰ কৰি দিলে। যাত্ৰা আৰম্ভ কৰাৰ আগ মুহূৰ্তত হীৰামণে ৰজাক আকৌ দিহা দিলে : "মহাৰাজ, মই এতিয়া যি ক'ম মন দি শুনক। যাত্ৰাৰ সময়ত আপুনি পখিৰাজৰ গাত *মাত্ৰ এবাৰহে* চাবুক মাৰিব। যদি এবাৰতকৈ বেছি মাৰে, পখিৰাজ মাজবাটতে ৰৈ যাব, আৰু আমি কেতিয়াও গন্তব্যস্থান নাপামগৈ। কাৰেং গৈ পোৱাৰ পিছত আমি যেতিয়া ৰাজকুমাৰীক লৈ আহিম, তেতিয়াও আপুনি পখিৰাজৰ পিঠিত *মাত্ৰ এবাৰহে*

চাবুক মাৰিব। মনত ৰাখিব, যদি আপুনি এবাৰতকৈ বেছি মাৰে, আমি আধা বাটহে আহিব পাৰিম। আপুনি নিজৰ ৰাজ্য আৰু ৰাজকাৰেঙলৈ আৰু কেতিয়াও ঘূৰি আহিব নোৱাৰিব।"

তাৰ পিছত ৰূপৰ গুটিৰ মোনাটো লৈ ৰজা পখিৰাজৰ পিঠিত বহিল। যাত্ৰা আৰম্ভ কৰাৰ আগতে ৰজাৰ কান্ধত বহি লৈ হীৰামণে এটা সুললিত গীত গালে। এইবাৰ ৰজাই *মাত্ৰ এবাৰ* পখিৰাজৰ গাত চাবুক ডাল লগোৱাৰ লগে লগে ঘোঁৰাটো বিজুলী চমকৰ দৰে আকাশলৈ উঠি তীব্ৰ বেগে উৰি সাত সাগৰ তেৰ নদীৰ সিপাৰে থকা সুন্দৰী ৰাজকুমাৰীগৰাকীৰ ৰাজকাৰেঙৰ পদুলিত উপস্থিত হ'লগৈ। হীৰামণে তেতিয়া ৰজাক ঘোঁৰাটো ওচৰৰ ঘোঁৰাশালাত বান্ধি পদুলিমুখত থকা মস্ত ওখ গছজোপাত উঠি ডাল-পাতৰ মাজত লুকাই থাকিবলৈ পৰামৰ্শ দিলে।

এইবাৰ হীৰামণে *ঠোঁটেৰে* এটা এটাকৈ ৰূপৰ গুটিবোৰ লৈ গছৰ তলত, কাৰেঙৰ পদুলিমুখত, ভিতৰলৈ যোৱা বাটত, বাৰান্দাত, আৰু ৰাজকুমাৰীৰ শোৱনি কোঠাৰ সোণৰ দুৱাৰমুখত পেলালেগৈ। শব্দ শুনি দুৱাৰ খুলি বাহিৰলৈ চাই ৰাজকুমাৰীয়ে কিছুমান চক্‌চকীয়া উজ্জ্বল ৰূপৰ গুটি পৰি থকা দেখিবলৈ পালে। সেইবোৰনো কিহৰ গুটি, ক'ৰ পৰা আহিল তাৰ একো উৱাদিহ নাপাই তেওঁ গুটিবোৰ অনুসৰণ কৰি গৈ ৰজা আৰু হীৰামণ লুকাই থকা গছজোপাৰ তল পালেগৈ।

সেই মুহূৰ্ততে ৰজা জাঁপ মাৰি গছৰপৰা নামিল আৰু সুন্দৰী ৰাজকুমাৰীক দুবাহুৰে তুলি পখিৰাজৰ পিঠিত বহুৱাই দিলে। তাৰ পিছত নিজেও উঠি লৈ ঘোঁৰাটোক চাবুকডালেৰে লাহেকৈ *এচাট* মৰাৰ লগে লগে সি পাক মাৰি ঘূৰি বিজুলী সঞ্চাৰে যাত্ৰা আৰম্ভ কৰিলে। কিন্তু বিধিৰ বিপাক! সোনকালে ৰাজকাৰেং পাবলৈ উত্ৰাৱল হৈ ৰজাই ঘোঁৰাটোৰ পিঠিত আৰু এৰোব মাৰিলে! থপ্ কৰি পখিৰাজ ঘোঁৰাটো এখন মৰুভূমিৰ দাঁতিত নামি গ'ল আৰু তাৰ পৰা লৰ-চৰ কৰাৰ নামকে নোলোৱা হ'ল।

"আপুনি এয়া কি কৰিলে?" হীৰামণে আচৰিত হৈ সুধিলে, "মই আপোনাক ঘোঁৰাটোক এবাৰতকৈ বেছি মাৰিবলৈ মানা কৰা নাছিলোনে? পখিৰাজ এতিয়া শক্তিহীন হৈ গ'ল, আৰু আমি এই মৰুভূমিতে গোটেই জীৱন থাকিব লাগিব!"

সেইদিনাই আকৌ মৰুভূমিৰ ৰজা চিকাৰলৈ ওলাই আহিছিল। এটা শৰবিদ্ধ হৰিণা পহু খেদি খেদি তেওঁ আহি পখিৰাজ নমা ঠাইখিনি পালেহি। সেই জনশূন্য মৰুভূমিৰ বালিত তেওঁ অতুলনীয় সুন্দৰী ৰাজকুমাৰীগৰাকীক ৰজা, পখিৰাজ আৰু হীৰামণৰ লগত বহি থকা দেখিবলৈ পালে। ৰাজকুমাৰীৰ সৌন্দৰ্যত মৰুভূমিৰ ৰজাজন অতিকৈ মোহিত হ'ল আৰু তেওঁক নিজৰ ঘোঁৰাত তুলি মৰুভূমিৰ মাজৰ সেউজীয়া মৰুদ্যানত থকা ৰাজপ্ৰাসাদলৈ লৈ গ'ল।

ভয়তে ৰাজকুমাৰীৰ মুখৰ মাত হৰিল, চকুৰ পানী শুকাল। তথাপি অন্তৰৰ গভীৰ কোণত তেওঁ জানিছিল যে বুধিয়ক হীৰামণে কিবা নহয় কিবা উপায়েৰে বিচাৰি

উলিয়াই তেওঁক উদ্ধাৰ কৰিবই। প্ৰতিদিন ৰাজকুমাৰীয়ে তেওঁ থকা প্ৰাসাদটোৰ ওপৰৰ চাদৰ মাৰ্বলৰ মজিয়াত চৰাইৰ কাৰণে বিভিন্ন ধৰণৰ দুৰ্লভ শস্যৰ গুটি সিঁচি দিছিল। তেওঁৰ এটাই আশা আছিল, কোনোবা দিনা উৰণীয়া চৰাইৰ জাকৰ লগতে হীৰামণো উৰি আহি তেওঁৰ চাদত দানা খাবলৈ পৰিব আৰু তেওঁক দেখি সেই নিৰ্জন মৰুভূমিৰপৰা উদ্ধাৰ কৰি নিব।

ইতিমধ্যে মৰুভূমিৰ বালিত নোখোৱা-নোবোৱাকৈ দিন কটোৱা ৰজা, পখিৰাজ আৰু হীৰামণ ভাগৰত ক্লান্ত হৈ পৰিছিল। এদিনাখন মৰুভূমিৰ আন চৰাইবোৰ হীৰামণৰ ওচৰলৈ আহি ক'লে : 'ইয়াত আহাৰ পানী নোহোৱাকৈ থাকি তোমাৰ অৱস্থা কাহিল হৈ পৰিছে। ৰাজকুমাৰী এগৰাকীয়ে তেওঁৰ মাৰ্বলৰ চাদত উৎকৃষ্ট শস্যৰ গুটি সজাই দিয়ে। আমাৰ লগতে সেই সুস্বাদু ভোজন খাবলৈ যাবা ব'লা। হাজাৰ হাজাৰ আন চৰাইৰ লগত আমি সদায় ৰাতিপুৱা তালৈ গৈ গোটেই দিনটো ভালৰো ভাল শস্য আৰু ফলৰ গুটি খাই সন্ধিয়া নিজৰ নিজৰ বাহলৈ ঘূৰি আহোঁ।"

পিছদিনা নিচেই পুৱাতে হীৰামণ আন চৰাইবোৰৰ লগতে মাৰ্বল পাথৰৰ চাদখনত সিঁচি থোৱা দানা খাবলৈ বুলি উৰি গ'ল। তাত গৈ সি দেখিলে মৰুভূমিৰ ৰজাই ধৰি লৈ যোৱা তাহাঁতৰ ধুনীয়া ৰাজকুমাৰীগৰাকী দেখোন তাতে আছে! মনে মনে কিবা ভাবি সি গোটেই দিন জুৰি সোণোৱালী শস্য আৰু পদুমৰ গুটি খালে। হেপাহ পলুৱাই দানা খোৱাৰ পিছত সি আনবোৰ চৰাই গৈ শেষ নোহোৱালৈকে চাদৰ এচুকত ৰৈ থাকিল। যেতিয়া ক'তো কোনো নোহোৱা হৈ গোটেইখন নিজম পৰিল তেতিয়া সি ৰাজকুমাৰীৰ ওচৰলৈ গ'ল আৰু গুপুতে কাণে কাণে কিবা এটা কৈ আকৌ নিজৰ ৰজাৰ ওচৰলৈ ঘূৰি গ'ল।

সেই নিশা চন্দ্ৰ উদয় হোৱাৰ পিছত তৰাবোৰে যেন চন্দ্ৰক মাজত লৈ মৰুভূমিৰ আকাশত দীপাৱলীহে পাতিছিল। তেনেতে হীৰামণে দূৰত ক'ৰবাত ফেঁচাৰ উৰুলি শুনিবলৈ পালে। সি পাখি কোবাই উৰি গৈ দেখিলে কিছু দূৰত এটা বালিৰ পাহাৰৰ ওপৰত অকলে বহি এটা ডাঙৰ ফেঁচাই কুৰুলিয়াই আছে। সি চৰাইটোৰ সন্মুখলৈ গৈ মূৰ দোঁৱাই অভিবাদন জনাই ক'লে : "হে মহাজ্ঞানী পখিৰাজ, আজি ৰাতি আপোনাক এনেকৈ লগ পাব পৰাটো মোৰ কাৰণে পৰম ভাগ্যৰ কথা! আমাৰ মহাৰাজ আৰু মই মৰুভূমিৰ মাজত দিশহাৰা হ'লো। ইফালে আমাৰ পখিৰাজ ঘোঁৰাটোৰেও আমাক ৰাজ্যলৈ ঘূৰাই নিয়াৰ শক্তি হেৰুৱাই পেলাইছে। আপোনাৰ জ্ঞানগৰ্ভ উপদেশ বিচাৰি আজি মই আপোনাৰ ওচৰলৈ আহিছো। আমাৰ এই ভয়ঙ্কৰ বিপদৰ সময়ত আপুনি নিশ্চয় উদ্ধাৰৰ উপায় দি সহায় কৰিব।"

জ্ঞানী, বৃদ্ধ ফেঁচাটোৱে হীৰামণক গভীৰভাৱে নিৰীক্ষণ কৰি ক'লে, "বাস্তৱিকতে তুমি বিৰল প্ৰজাতিৰ এটা গুণী চৰাই। তোমাক মোৰ সহায়ৰ প্ৰয়োজন যেন লাগিছে। হাবিখনৰ সিমূৰত এটা গুপ্ত পথ আছে। তুমি সেইটো বিচাৰি উলিয়াব লাগিব।

তুমি বুধিয়ক, আৰু নিচেই সৰু হোৱাৰ কাৰণে সেই সুৰঙ্গটোৰে ওলাই যোৱাটো তোমাৰ কাৰণে কষ্টকৰ নহ'ব। সেই গুপ্ত পথটোৰে তোমাক মৰুভূমিৰ বালিৰ তলেৰে বৈ যোৱা এখন অদৃশ্য নদীৰ পাৰত উলিয়াবগৈ। নদীখনৰ পাৰত শ শ যাদুকৰী মুকুতা সিঁচৰতি হৈ পৰি থকা দেখিবলৈ পাবা। তাৰপৰা মাত্ৰ এটা মুক্তা তোমাৰ ঠোঁটত তুলি লৈ আনি পখিৰাজক দিবা। পখিৰাজে ৰংমনে সেইটো গিলি পেলাব। মুক্তাটো গৈ যেতিয়া তাৰ কলিজাৰ মাজ পাবগৈ তেতিয়া সি আকৌ উৰিবৰ কাৰণে সাজু হ'ব।"

জ্ঞানী ফেঁচাটোক ধন্যবাদ জনাই হীৰামণ সুৰঙ্গটোৰ সন্ধানত ওলাই গ'ল। সি সৰ্বসাধাৰণৰ চকুৰ আঁৰ হৈ থকা এটা অন্ধকাৰ গুহাত সোমালগৈ। সেই গুহাটোৰ মাজেৰেই অদৃশ্য নৈখন বৈ গৈছিল। গুহাটোৰ মাজেৰে সুৰঙ্গপথটোৰে গৈ সি নৈৰ পাৰৰ বালিত এটা উজ্জ্বল মুকুতা পৰি থকা দেখিবলৈ পালে। মুকুতাটো ঠোঁটত তুলি লৈ সি পখিৰাজৰ ওচৰলৈ ঘূৰি গ'ল।

মুকুতাটো গিলি দিয়াৰ পিছত লাহে লাহে পখিৰাজে তাৰ উৰণশক্তি ঘূৰাই পালে। ডেউকাযোৰ মেলি সি ৰজাক পিঠিত বহুৱাই হীৰামণৰ লগত ৰাজকুমাৰীৰ মাৰ্বলেৰে বন্ধোৱা চাদলৈ বুলি উৰা মাৰিলে। ৰাজকুমাৰী চাদৰ ওপৰতে ৰৈ আছিল। কাৰণ, হীৰামণে আগতেই সঁকিয়াই থৈ গৈছিল যে ৰজাক লগত লৈ তেওঁলোক ৰাজকুমাৰীক উদ্ধাৰ কৰি নিবলৈ আহিব।

ঘোঁৰাৰপৰা নামি ৰজাই আলফুলে ৰাজকুমাৰীক দুহাতেৰে তুলি লৰালৰিকৈ পখিৰাজৰ পিঠিত বহুৱালে। তাৰ পিছত নিজেও বহি লৈ ঘোঁৰাটোক চাবুকডালেৰে লাহেকৈ *মাত্ৰ এবাৰ* চুই দিলে। লগে লগে পখিৰাজে সাত সাগৰ তেৰ নদীৰ সিপাৰে থকা ৰজাৰ ৰাজ্যলৈ উৰা মাৰিলে। ৰজাৰ কান্ধত বহি ওৰে বাট হীৰামণে এইবাৰ তেওঁলোকৰ যাত্ৰা বাধাহীন হ'বৰ কাৰণে প্ৰাৰ্থনা জনাই বিভিন্ন দেৱ-দেৱীৰ স্তুতিগীত গাই গ'ল।

*সাধু মোৰ শেষ হ'ল,*
*ৰঙা বেলি মাৰ গ'ল;*
*নীৰৱ গধূলি আহিল নামি,*
*জাপ খালে ফুলৰ কোমল পাহি।*

*সন্ধিয়াৰ ছাঁয়া আহিছে বগাই,*
*গছৰ ডালত শুইছে চৰাই;*
*তিৰবিৰ তিৰবিৰ তৰা আকাশত,*
*ধৰণীয়ে মেলে যেন চকু আবেশত।*

*লুকাই থকা জোন আহিছে ওলাই,*
*ৰাতিৰ বোকোচাৰে বগুৱা বাই;*
*ৰাতি যে এতিয়া হ'ল বহুত গভীৰ,*
*আহাঁ সোণ বুকুলৈ মিঠা টোপনিৰ।*



# পোহৰ আৰু ছাঁ

সৃষ্টিকৰ্তাই ব্ৰহ্মাণ্ডত জগতৰ পাতনি মেলাৰ সময়ত দেৱ-দেৱীসকলে স্বৰ্গ-মৰ্ত্য দুয়ো ঠাইতে শাসন কৰিছিল। নীলিম আকাশৰ সিপাৰে, বৰফে ঢকা পৰ্বতবোৰৰ বহুত ওপৰত কৈলাস নামৰ ঠাইখনত দেৱ-দেৱীসকল বাস কৰিছিল। ধনী-দুখীয়া নিৰ্বিশেষে মৰ্ত্যত থকা সকলো প্ৰাণীয়ে এই দেৱ-দেৱীসকলক ভক্তি আৰু উপাসনা কৰিছিল। ঐশ্চৰ্য-বিভূতিৰ মাজত বুৰ গৈ প্ৰাসাদত থকা ৰজাৰপৰা লাম-লাকতু লৈ ভিক্ষাৰ জোলোঙা হাতত লৈ ঘূৰি ফুৰা খুদ-মগনীয়ালৈকে কোনোৱেই এই নিয়মৰ ব্যতিক্ৰম নাছিল।

মাজে মাজে কৈলাসৰপৰা দুখৰ অধিপতি দেৱতা শনি আৰু ঐশ্চৰ্য-বিভূতি আৰু সুখৰ অধিষ্ঠাত্ৰী দেৱী লক্ষ্মীয়ে পৃথিৱীৰ মানুহৰ সুখ-দুখৰ ৰেহ-ৰূপ চাইছিল। দিনটোৰ শেষত মন্দিৰৰ ঘণ্টাধ্বনিৰ শেষ কম্পন বতাহৰ লগত মিলি নোযোৱালৈকে মৰ্ত্যৰ মানুহৰ হাঁহি কান্দোন আৰু প্ৰাৰ্থনাৰ লীলা খেলা দেখি তেওঁলোকে মিচিকিয়াই হাঁহিছিল।

এদিনাখন ওপৰৰপৰা তলৰ পৃথিৱীৰ মানুহৰ সুখ-দুখৰ দৃশ্য চাই শনিদেৱে লক্ষ্মীদেৱীলৈ চাই গৌৰৱেৰে ক'লে : "মই তোমাতকৈ বেছি শক্তিশালী; কিয়নো, পৃথিৱীত সুখী মানুহতকৈ দুখী মানুহৰ সংখ্যা বেছি।"

লক্ষ্মীদেৱীয়ে উত্তৰ দিলে : "মই কিন্তু সন্মানত তোমাতকৈ ওপৰত। কাৰণ, দুখৰ অন্তত যেতিয়া মানুহৰ ভাগ্য সুপ্ৰসন্ন হয় তেতিয়া তেওঁলোকে আগৰ দুখ বেজাৰ সকলো পাহৰি আনন্দত জীৱন কটায়।"

*আৰু এনেকৈয়ে, কাজিয়াৰ হ'ল সূত্ৰপাত।*
*কাজিয়া বাঢ়ি বাঢ়ি হ'ল শোকাৱহ, আৰু ভয়াৱহ,*
*হ'ল যেতিয়া,*
*কথা কটাকটি, আৰু হতাহতি,*
*ভীতি প্ৰদৰ্শন, আৰু ধমকনি,*
*আকাশ হ'ল অগ্নিগৰ্ভ, পৰ্বত স্ফুলিঙ্গ,*
*অশ্ৰুসিক্ত মেঘ দুখত লজ্জিত!*

স্বৰ্গৰ আন দেৱ-দেৱীসকলে শঙ্কিত হৈ শনি আৰু লক্ষ্মীৰ ওচৰলৈ গৈ কাকুতি-মিনতি কৰি ক'লে : "হে মহান শনি! হে কৰুণাময়ী লক্ষ্মী! অনুগ্ৰহ কৰি আমাক স্বৰ্গত সুখ-শান্তিৰে থাকিবলৈ দিয়ক! স্বৰ্গতেই যদি শান্তি নাথাকে, তেতিয়াহ'লে পৃথিৱীত শান্তি ক'ৰপৰা হ'ব?"

কিন্তু শনি আৰু লক্ষ্মী কোনো যুক্তি, কোনো অনুৰোধ, কোনো প্ৰাৰ্থনা শুনিবলৈ সাজু নাছিল। তেওঁলোকৰ কাজিয়াৰ ফলত স্বৰ্গ আৰু মৰ্ত্যত কি অঘটন ঘটিছে তাৰ প্ৰতি তেওঁলোক সম্পূৰ্ণ আওকণীয়া আছিল।

হতাশ হৈ দেৱ-দেৱীসকলে মৰ্ত্যত থকা, ন্যায় বিচাৰ আৰু সততাৰ কাৰণে বিখ্যাত, বিবেক নামৰ জ্ঞানী মানুহ এজনৰ সহায় ল'বলৈ মনস্থ কৰিলে। উল্কাবেগে তেওঁলোক অগ্নিবৰ্ষা আকাশেদি জ্বলন্ত পৰ্বতৰ ওপৰেৰে আহি পৃথিৱীত নামিল। বিবেকক আশীৰ্বাদ দি তেওঁলোকে তেওঁৰ বুদ্ধি আৰু জ্ঞানৰ প্ৰশংসা কৰিলে। তাৰ পিছত তেওঁক স্বৰ্গত শনি আৰু লক্ষ্মীৰ মাজত লগা কাজিয়াৰ কথা ক'লে। "আমাৰ সকলো কাকুতি-মিনতি বিফল হ'ল", দেৱতাসকলে ক'লে, "এতিয়া আমি সম্পূৰ্ণ নিৰুপায় হৈ তোমাৰ ওচৰলৈ আহিছো। বিবেক, তোমাৰ বাস্তৱিক জ্ঞান আৰু ন্যায়বিচাৰৰ সহায়ত স্বৰ্গৰ এই কাজিয়াৰ কিবা এটা সু-মীমাংসা কৰি দিয়া।"

বিবেকে তেওঁৰ কামৰ জটিলতাৰ কথা ভালদৰেই বুজি পাইছিল। মনে মনে তেওঁ ভয়ো খালে। কাৰণ তেওঁ ভালদৰেই জানিছিল, যদি তেওঁ শনিৰ পক্ষ লৈ কথা কয় তেন্তে লক্ষ্মীদেৱী বিতুষ্টা হৈ চিৰদিনৰ কাৰণে তেওঁৰ লগ এৰা দিব। আনহাতে তেওঁ যদি লক্ষ্মীৰ পক্ষ সমৰ্থন কৰে তেতিয়াহ'লে শনি ৰুষ্ট হৈ তেওঁৰ অনিষ্ট সাধন কৰিব। মুঠতে যিহকে নকৰক, তেওঁৰ অৱস্থা পাৰত বাঘে খায়, পানীত ঘঁৰিয়ালে খায়।

দিনে নিশাই চিন্তা কৰি বিবেক এটা সিদ্ধান্তত উপনীত হ'ল। তেওঁ কাৰো পক্ষ নোলোৱাটোকে ঠিক কৰিলে। বৰং শনি আৰু লক্ষ্মীৰ ওপৰতে তেওঁ নিজৰ কামৰদ্বাৰা তেওঁলোকৰ সমস্যা সমাধানৰ ভাৰ এৰি দিব।

তাৰ পিছত বিবেকে এখন সোণৰ আৰু এখন ৰূপৰ আসন তৈয়াৰ কৰালে। আসন দুখন আনি তেওঁৰ ওচৰত থোৱা হ'ল। কালসন্ধ্যা, বেলি মাৰ যোৱাৰ সময়ত নিজৰ নিজৰ চিক্‌চিকীয়া সোণালী ৰথত উঠি শনি আৰু লক্ষ্মী জ্বলন্ত আকাশ অতিক্ৰমি বিবেকৰ ওচৰলৈ আহিল। দুয়োকে সসন্মানে আদৰণি জনাই বিবেকে লক্ষ্মীক সোণৰ আৰু শনিক ৰূপৰ আসনৰ ফালে আগবঢ়াই নিলে।

মহাপ্ৰতাপী শনিৰ সন্মানত আঘাত লাগিল। তেওঁ খঙত ভৰি হাত আচাৰি বজ্ৰৰ দৰে গৰজি ক'লে : "সাধাৰণ মৰ্ত্যৰ মানুহ হৈ তুমি মোক লক্ষ্মীতকৈ সৰু বুলি অপমান কৰিবলৈ সাহ কৰিছা! তোমাৰ ওপৰত মোৰ কোপদৃষ্টি পৰিব, আৰু তুমি সাত বছৰ কষ্ট ভোগ কৰিব লাগিব। তুমি য'লৈকে নোযোৱাঁ লাগে, দুখ সদায় ছাঁৰ দৰে তোমাৰ পিছে পিছে যাব!" বিবেকক এনেদৰে অভিশাপ দি শনি ধুমুহাৰ দৰে ওলাই গ'ল।

লক্ষ্মী কিন্তু কিছু সময় তাতে থাকিল। তেওঁ লাহে লাহে ক'লে, "ভয় নকৰিবা বিবেক, তোমাৰ দুখৰ দিনত মই সদায় তোমাৰ লগে লগে থাকিম।"

বিবেকৰ মূৰ ঘূৰাবলৈ ধৰিলে। তেওঁৰ ভৰিৰ তলৰপৰা যেন পৃথিৱীখন খহিহে



পৰিল। তেওঁ দুখমনে ওপৰলৈ চাই হাতযোৰ কৰি মনে মনে প্ৰাৰ্থনা কৰিলে। ভয়তে কঁপি কঁপি তেওঁ ঘৈণীয়েক প্ৰিয়াৰ আগত মনৰ শঙ্কা আৰু ভয়ৰ কথা খুলি ক'লে : "কল্যাণী প্ৰিয়া, শনিদেৱে মোক অভিশাপ দি কৈছে যে সাত বছৰ মই য'লৈকে যাওঁ দুখ মোৰ পিছে পিছে যাব। যদি মই ইয়াতে তোমাৰ লগত থাকোঁ, মোৰ লগতে তুমিও কষ্ট পাবা। আৰু আমাৰ ঘৰৰো অনিষ্ট হ'ব; কিন্তু যদি মই ঘৰ এৰি গুছি যাওঁ তেন্তে কষ্ট কেৱল মোৰ হ'ব, আৰু তুমি দুখৰ হাত সাৰিব পাৰিবা।"

"নাই, নাই, সেইটো হ'বই নোৱাৰে", প্ৰিয়াই ক'লে, "আপোনাৰ ঘৰলৈ বিয়া হৈ অহাৰ দিন ধৰি আপুনি মোক মৰমেৰে খুৱাই-বুৱাই আদৰ-যত্ন কৰি ৰাখিছে। এতিয়া বিপদৰ সময়ত মই আপোনাক অকলে কষ্ট ভোগ কৰিবলৈ এৰি দিব নোৱাৰোঁ। আপুনি য'লৈকে যায় মই আপোনাৰ সহগামী হ'ম, আৰু দুখ কষ্ট সকলোতে দুয়ো সমভাগী হ'ম।"

প্ৰিয়াই কেইসাজমান কাপোৰ আৰু দুই এপদ অলঙ্কাৰৰ এটা টোপোলা বান্ধি ল'লে। মৰমৰ ঘৰ-সংসাৰ তেনেদৰে এৰি যাবলগীয়া

হ'লত তেওঁৰ দুগালে দুধাৰি চকুপানী বৈ গ'ল। তাৰ পিছত ঘৰত তলা লগাই বিবেকে লক্ষ্মীৰ ওচৰত তেওঁলোকৰ পথৰ সাৰথি হ'বৰ কাৰণে প্ৰাৰ্থনা কৰিলে। এইবাৰ তেওঁলোকে এক লক্ষ্যহীন, উদ্দেশ্যহীন যাত্ৰাপথত ভৰি দিলে।

টোপোলাটো মূৰত লৈ বিবেক আগে আগে খোজ কাঢ়ি গ'ল। এৰি যোৱা ঘৰটোৰ ফালে শেষবাৰৰ কাৰণে ঘূৰি চাই প্ৰিয়া পিছে পিছে গ'ল। দুখে-বেজাৰে তেওঁলোক হাবি-জঙ্গলৰ মাজেৰে অচিন পথেৰে যাবলৈ ধৰিলে। গৈ গৈ অৱশেষত তেওঁলোক এখন নদীৰ পাৰ পালেগৈ। পাৰৰ ৰূপোৱালী বালিত বহি এজন নাৱৰীয়াই এক মিঠা কৰুণ সুৰত গান গাই আছিল।

*অ'...নীলিম আকাশ দেখি মই মতলীয়া,*
*শুনোঁ গীত বিহগীৰ সঁচা মৰমসনা*
*হিয়াত মোৰ গজে পাখি গাবলৈ গীত হৈ চৰাইৰ সঙ্গী*
*ৰ'দালিৰ স্তুতি আৰু নিজৰাৰ জ্যোতি।*
*সপোনতে উৰোঁ মই ৰঙৰ দশলৈ*
*ফুলৰ প্ৰেমত যায় ভোমোৰা যলৈ।*
*কিন্তু শেষ হ'লে দিনটোৰ, আকাশ মেঘঘোৰ*
*উৰি যায় চৰাই, লৈ মোৰ সপোনবোৰ।*
*পখিলাৰ নীলা ৰং, গোলাপৰ ৰঙা,*
*অতীত মৰহি হয় সৌন্দৰ্য মলঙা।*
*জন্মিলে মৰিব লাগে জ্ঞানীজনে কয়,*
*কোনো বস্তু চিৰকাল কদাপি নৰয়!*

"নাৱৰীয়াককাই!" তেওঁৰ ওচৰলৈ আগবাঢ়ি গৈ বিবেকে ক'লে, "এটা সোণৰ মোহৰৰ বিনিময়ত আমাক নদীখন পাৰ কৰাই দিয়াঁচোন!"

"মই এবাৰত এটা বস্তুহে নিব পাৰোঁ, আৰু এই টোপোলাটো হিচাপ কৰিলে আপোনালোকৰ সংখ্যা হ'ল তিনি!" নাৱৰীয়াজনে উত্তৰ দিলে।

"তেনেহ'লে প্ৰথমতে মোৰ পত্নী আৰু টোপোলাটো সিপাৰে থৈ আহি পিছত মোক লৈ যাবা।"

কিন্তু নাৱৰীয়াজন সন্মত নহ'ল। তেওঁ ক'লে : "ওহোঁ! প্ৰথমতে মই টোপোলাটো নিম। তাৰ পিছত আপোনাৰ পত্নীক, আৰু সৰ্বশেষত আপোনাক।"

বিবেক সেই প্ৰস্তাৱত মান্তি হ'ল; কিন্তু ই কি! নাওখন গৈ মাজপানী পোৱাৰ আগতেই ক'ৰবাৰ পৰা হঠাৎ এক প্ৰচণ্ড ধুমুহা আহি নাও, নাৱৰীয়া, টোপোলা, আনকি নদীখনো নোহোৱা কৰি দিলে। বিবেক আৰু প্ৰিয়াই অবাক হৈ এক সীমাহীন বালিৰ পথাৰলৈ চাই ৰ'ল। তাত জীৱনৰ কোনো চিন-মোকাম নাছিল। গছ-গছনি, পশু-পক্ষী, আনকি শুকান ঘাঁহ এডালো সেই ঠাইত পাবলৈ নাছিল। তেওঁলোকে তাত নিজৰ

কলিজাৰ ঢপ্‌ঢপনিৰ বাহিৰে আন কোনো শব্দও শুনিবলৈ পোৱা নাছিল। তেনেতে হঠাতে কোনোবাই যেন তেওঁলোকৰ আগত এখন ফুলাম দলিচাহে পাৰি দিলে! বিবেক আৰু প্ৰিয়াৰ সন্মুখত এটা ৰমক্ জমক্ ফুলেৰে ভৰা পথ মুকলি হ'ল, আৰু সেই পথেৰেই লক্ষ্মীদেৱীৰ গুণ-গান গাই তেওঁলোক আগবাঢ়ি গ'ল।

দিন নাই ৰাতি নাই, ৰ'দ নাই বৰষুণ নাই, ক'লৈ গৈছে, কিয় গৈছে, কেতিয়ানো যাত্ৰাৰ অন্ত হ'ব একো নজনাকৈ তেওঁলোক কেৱল গৈয়ে থাকিল। এনেকৈ গৈ থাকোঁতে হঠাৎ তেওঁলোক গৈ এখন খৰিকটীয়াৰ গাঁৱত উপস্থিত হ'লগৈ। তাতে শুকান ডাল-পাত গোটাই লৈ তেওঁলোকে এটা জুপুৰী সাজিলে। ভাগৰত লালকাল প্ৰিয়া আৰু বিবেক অতি সোনকালেই টোপনিৰ কোলাত ঢলি পৰিল।

পিছদিনা ৰাতিপুৱা শুই উঠি গাঁৱৰ বাহিৰত অদ্ভুত ধৰণৰ জুপুৰীটো দেখি গাওঁবুঢ়াই কুঠাৰ হাতত লৈ খেদি গ'ল। "আমাৰ গাঁৱত এইবোৰ ক'ৰ আচহুৱা মানুহ?" তেওঁ চিঞৰি ক'লে, "এতিয়াই গাঁও এৰি গুছি যাওক, নহ'লে কাটি দুছেও কৰিম!"

কিন্তু যেতিয়া প্ৰিয়াৰ শান্ত-শিষ্ট মুখ আৰু বিবেকৰ সম্ভ্ৰান্ত চেহেৰাত তেওঁৰ চকু পৰিল, হাতৰ কুঠাৰ দলিয়াই পেলাই তেওঁলোকক নিজৰ গাঁৱত ঠাই দিলে।

সোনকালেই বিবেকে আন খৰিকটীয়াৰ দৰে খৰি কাটিবলৈ শিকিলে। কিন্তু আন খৰিকটীয়াবোৰ আৰু বিবেকৰ মাজত এটা বিশেষ পাৰ্থক্য আছিল—বিবেকে আন খৰিকটীয়াৰ দৰে সাধাৰণ কাঠ নাকাটি মূল্যৱান চন্দনকাঠহে কাটিছিল। তেওঁৰ কাৰণে কোনো কামেই কঠিন নাছিল। ৰংমনে তেওঁ চন্দন কাঠৰ বোজা মূৰত লৈ বজাৰলৈ গৈছিল আৰু সন্ধিয়া ঘৰলৈ অহি কাঠ বেচি পোৱা সোণৰ মুদ্ৰা এটা প্ৰিয়াৰ হাতত দিছিল। অধ্যৱসায়ী বিবেকে অলপ দিনৰ ভিতৰতে তেওঁলোকৰ শুকান ডাল-পাতৰ পঁজাটোৰ ঠাইত এটা ইটা আৰু কাঠৰ সুন্দৰ ঘৰ তৈয়াৰ কৰিলে। মনৰ আনন্দত প্ৰিয়াৰ মুখৰ জ্যোতি ঘূৰি আহিল। তেওঁলোকে সুখেৰে দিন কটাবলৈ ধৰিলে।

কিন্তু বিবেকৰ কামৰ নিপুণতা আৰু তেওঁৰ ইটা-কাঠৰ ঘৰ দেখি লাহে লাহে আন খৰিকটীয়াবোৰৰ তেওঁৰ প্ৰতি হিংসা হ'ল। এদিনাখন সন্ধিয়া বিবেক কামৰপৰা ঘূৰি আহোঁতে বাটতে ধৰি খৰিকটীয়াবোৰে তেওঁক উধাই-মুধাই পিটিলে। তাৰ পিছত প্ৰিয়াৰে সৈতে দুয়োকে গাঁৱৰ বাহিৰ কৰি দিলে।

মনৰ দুখত বিবেক আৰু প্ৰিয়াৰ চকুপানী ওলাল। নীৰৱ নিশা আকাশত তিৰ্‌বিৰাই থকা তৰা আৰু তলত ধৰণীত জিক্‌মিকাই থকা জোনাকী পৰুৱাক সাৰথি কৰি তেওঁলোকে আকৌ অজান পথত ভৰি দিলে। লাহে লাহে নিশাৰ গভীৰ অন্ধকাৰ ঠেলি ঊষাৰ সোণোৱালী কিৰণে ভূমুকি মাৰিলে। সেই চিকিমিকি পোহৰত তেওঁলোকে দেখিলে, তেওঁলোক এইবাৰ এখন তাঁতীৰ গাঁৱত উপস্থিত হৈছেহি।

প্ৰিয়া নিজে তাঁতীৰ জীয়েক আৰু এগৰাকী নিপুণ শিপিনী আছিল। তেওঁ কটা সূতা অতি মিহি আৰু বঢ়িয়া আছিল। এনে লাগিছিল যেন তেওঁ শূন্যতহে সূতা

কাটিছে! এমুঠি এনেকুৰা মিহি, কোমল সূতাৰ বাবে তেওঁ বজাৰত এটা সোণৰ মোহৰ পাইছিল। এটা এটাকৈ তেওঁ এশটা সোণৰ মোহৰ ঘটিলে। সেই মোহৰখিনি গোটাই তাৰে তেওঁ এডাল হাৰ তৈয়াৰ কৰি পিন্ধিবলৈ ল'লে।

প্ৰিয়াৰ ডিঙিত সোণৰ মোহৰৰ হাৰডাল দেখি, তাঁতীৰ ঘৈণীয়েকহঁতৰ ঈৰ্ষা হ'ল। তেওঁলোকে ইজনীয়ে সিজনীলৈ চাই কোৰাকুই কৰিলে : "ওৰে দিন খাটি, এমুঠা মটমটীয়া শকত সূতা কাটি আমি এটা ৰূপৰ মোহৰ পাওঁ। ইফালে প্ৰিয়াই দিনে কেইডালমান মাত্ৰ চিল্‌চিলীয়া, ফিৰ্‌ফিৰীয়া, লেহুকা সূতা কাটে; তথাপি চোৱাঁচোন, তাই ডিঙিত সোণৰ মোহৰৰ হাৰ পিন্ধি ফুৰিছে!"

অলপদিন পিছৰ কথা। বতৰ ফৰকাল আছিল। গাঁৱৰ অন্যান্য তিৰোতাৰ লগত প্ৰিয়াও নদীৰ ঘাটলৈ গৈছিল। নদীৰ পাৰত এজন নাৱৰীয়া বৈ আছিল। প্ৰিয়াৰ গাম্ভীৰ্যপূৰ্ণ সৌন্দৰ্যত মুগ্ধ হৈ তেওঁ লাহী কঁকালটোত খামুচি ধৰি প্ৰিয়াক নিজৰ নাৱত উঠাই লৈ গুছি গ'ল। আচম্বিতে ঘটা এই ঘটনাটোত প্ৰিয়াই কান্দি, চিঞৰি, সহায় বিচাৰি কাও-বাও কৰিলে; কিন্তু হিংসাকুৰীয়া তিৰোতা কেইজনীয়ে তেওঁৰ মিনতি সম্পূৰ্ণ আওকাণ কৰিলে। প্ৰিয়াক নাৱৰীয়াৰ হাতত অকলে এৰি দি তেওঁলোক ঘৰাঘৰি গুছি গ'ল।

মৰমৰ ঘৈণীয়েক প্ৰিয়াক নাৱৰীয়া এটাই ধৰি লৈ যোৱা শুনি বিবেকৰ কি অৱস্থা হ'ল ভাবাঁচোন! ওৰে দিন, ওৰে ৰাতি তেওঁ নৈৰ পাৰে পাৰে অকলে অকলে ঘূৰি প্ৰিয়াক বিচাৰি ফুৰিলে। শেষত যেতিয়া ভাগৰত অৱশ ভৰি দুটাই দেহাটো আৰু আগলৈ টানিব নোৱৰা হ'ল তেতিয়া তেওঁ এজোপা গছৰ তলত লালকাল দি শুই পৰিল।

পিছদিনা পুৱাৰ কোমল বতাহ আৰু বেলিৰ কিৰণৰ মৃদু পৰশত গা জুৰ পৰিলত বিবেক উঠি বহিল। চকু মেলি তেওঁ ওচৰতে এজনী ফুট্‌ফুটীয়া গৰু থিয় হৈ থকা দেখিবলৈ পালে। গৰুজনীয়ে তেওঁক সুস্বাদু গাখীৰ খাবলৈ দিলে। গাখীৰ খাই অলপ তজ্‌বজীয়া হৈ আকৌ প্ৰিয়াক বিচাৰি যাবলৈ ওলাওঁতেই গৰুজনীৰ গোবৰৰ ওপৰত তেওঁৰ চকু পৰিল। গোবৰখিনি ৰ'দত সোণৰ দৰে জিলিকি থকা দেখি ভালকৈ চাই দেখিলে, দৰাচলতে সেইখিনি খাঁটি সোণেই হয়!

লৰালৰিকৈ তেওঁ সোণালী গোবৰবোৰ গোটাই তাৰে ইটা সাজিলে। প্ৰতি চপৰা ইটাতে তেওঁ নিজৰ আৰু তেওঁলোকৰ গাঁৱৰ নাম লিখিলে। প্ৰতিদিন গাইজনী আহি বিবেকক গাখীৰ খুৱাই গোবৰ পেলাই থৈ যায়। বিবেকে সেই সোণৰ গোবৰবোৰৰ পৰা ইটা সাজে। এনেকৈ ইটা সাজি তেওঁ ইচপৰাৰ ওপৰত সিচপৰাকৈ সজাই যাবলৈ ধৰিলে। সজাওঁতে সজাওঁতে সেই সোণৰ ইটাৰ দ'মটো পাহাৰ সদৃশ হৈ জক্‌মকাবলৈ ধৰিলে।

ইতিমধ্যে দুখে শোকে বিবশ প্ৰিয়াই দুষ্ট নাৱৰীয়াটোৰ কবলৰপৰা তেওঁক বচাবৰ

কাৰণে লক্ষ্মীদেৱীৰ ওচৰত প্ৰাৰ্থনা কৰিবলৈ ধৰিলে। তেওঁৰ কৰুণ প্ৰাৰ্থনা শুনি লক্ষ্মীয়ে প্ৰিয়াৰ গোটেই গাটো খহুৰে ভৰাই দিলে। মুখখনো জঁই পৰি কুৎসিত হৈ পৰিল। প্ৰিয়াৰ এই নতুন আপচু চেহেৰাটো দেখি নাৱৰীয়াজনে বিতৃষ্ণাত নাক কোঁচাই তেওঁক চোঁচোৰাই নি নাৱৰ একেবাৰে তলত থকা বস্তু জমা ৰখা খুপৰি এটাত বন্দী কৰি থ'লৈগৈ।

বিভিন্ন চহৰৰ ঘাটে ঘাটে ঘূৰি লগত নিয়া বস্তুবোৰৰ বেহা শেষ কৰি অৱশেষত নাৱৰীয়াজন নিজৰ গাওঁ অভিমুখে ঘূৰিল। লাহে লাহে নদীৰে উজাই গৈ থাকোঁতে হঠাতে তেওঁৰ চকু দূৰৰ পাৰত জিলিকি থকা সোণৰ পাহাৰ এটাৰ ওপৰত পৰিল! অতি উৎসাহেৰে বঠা কোবাই তেওঁ জনশূন্য নদীৰ পাৰলৈ নাও বাই গ'ল। পাৰত বিবেকক দেখি ধৰি নি তেওঁকো প্ৰিয়াক বন্দী কৰি থোৱা খুপৰিটোত ঠেলি সুমুৱাই দিলেগৈ। খুপৰিটোত প্ৰিয়াক দেখি বিবেকৰ আনন্দৰ সীমা নোহোৱা হ'ল। তেওঁলোক দুয়ো চকুৰেই ইজনে সিজনক সম্ভাষণ জনালে। ইমান দিনৰ মূৰত দেখা-দেখি হোৱা সত্বেও নাৱৰীয়াৰ ভয়ত তেওঁলোকে কথা পাতিবলৈ সাহ নকৰিলে।

ইফালে সোণৰ ইটাৰ পাহাৰটো দেখি নাৱৰীয়াই লোভ সামৰিব পৰা নাছিল। ৰুদ্ধশ্বাসে যিমান পাৰে সিমান ইটা ভৰাই লৈ তেওঁ নাও মেলি দিলে। উজাই যাওঁতে যাত্ৰাটো বৰ দীঘল আৰু আমনিদায়ক আছিল। নাৱৰীয়াজনে অন্ধকাৰ খুপৰিটোৰ দুৱাৰখন খুলি বিবেকক মাতি ক'লে : "আহাঁ, মোৰ লগতে বহি খোৱাঁহি। একেলগে খোৱা-বোৱা কৰি আৰামত বহি আমি এচাল পাশা খেলিম।" তেওঁলোকে ইচালৰ পিছত সিচাল পাশা খেলিলে। প্ৰতিবাৰেই বিবেকৰ জয় হ'ল। খঙতে দাঁত কৰচি নাৱৰীয়াজনে মৰিয়াই মৰিয়াই বিবেকক পানীত পেলাই দিলে। হঠাৎ ধুমুহা আহিল আৰু নদীত প্ৰচণ্ড ঢৌ উঠি বিবেকক খুন্দিয়াই, লুটিয়াই, বগৰাই সোঁতৰ লগত উটুৱাই লৈ গ'ল। ধুমুহা আৰু নদীৰ বোৱঁতী সোঁতৰ লগত যুঁজি বিবেক অৱশ হৈ পৰিল। শেষত তেওঁ নিজকে উটি যাবলৈ এৰি দিলে।

পিছদিনা নৈৰ নিজান পাৰত খৰি লুৰি থকা বুঢ়ী এজনীয়ে বালিত নিৰ্জীৱপ্ৰায় উলঙ্গ মানুহ এজন পৰি থকা দেখিবলৈ পালে। বুঢ়ীয়ে তেওঁক আথে-বেথে ঘৰলৈ লৈ গৈ জুই জ্বলাই সেঁক পোতক দিলে। পিছত জথৰ দেহাটোত অলপ প্ৰাণ সঞ্চাৰ হোৱা যেন দেখি গৰম গাখীৰ খুৱালে। বুঢ়ীৰ শুশ্ৰূষাত সোনকালেই বিবেকৰ চেতনা ঘূৰি আহিল। চকু মেলি চাই তেওঁ দেখিলে সন্মুখত মৰমসনা চকুৰে এগৰাকী মাতৃসমা নাৰী। বিবেকৰ জীৱনৰ দুখভৰা কাহিনী শুনি বুঢ়ীৰ মুখত শোকৰ ছাঁ পৰিল। একো এটা নোকোৱাকৈ ফুলনিলৈ গৈ ভালৰো ভাল ফুলবোৰ ছিঙি লৈ তেওঁ ৰাজপ্ৰাসাদলৈ গ'ল। ৰজাই ফুল বৰ ভাল পাইছিল। ইমান ধুনীয়া ফুলবোৰ



দেখি তেওঁ অতি আনন্দিত হ'ল আৰু সুধিলে : "এই ধুনীয়া আপুৰুগীয়া ফুলবোৰ তুমি ক'ত পালা? তোমাক কি লাগে কোৱাঁ। যিমান সোণ-ৰূপ লাগে দিম।"

"মহাৰাজ, মোক সোণ-ৰূপ একোৱেই নালাগে; আপোনাৰ অনুগ্ৰহ বিচাৰিহে মই ইয়ালৈ আহিছো। মোৰ পঁজাত এজন বৰ জ্ঞানী আৰু সম্ভ্ৰান্ত মানুহ আছে। দুৰ্ভাগ্যৰ ফলত তেওঁ নিজৰ পত্নী, ঘৰ-সম্পত্তি সকলো হেৰুৱাই নিতান্ত অসহায় অৱস্থাত আছে। তেওঁক আপোনাৰ সেৱাত নিযুক্তি দিলে বৰ উপকাৰ হয়", বুঢ়ীয়ে নতজানু হৈ হাতযোৰ কৰি নম্ৰতাৰে ক'লে। ৰজাই তৎক্ষণাৎ বিবেকক মতাই ঘাটৰ কাম দিলে। নদীৰে পাৰ হৈ যোৱা প্ৰতিখন নাৱৰপৰা কৰ আদায় কৰাই তেওঁৰ কাম আছিল।

বিবেকে ঘাটৰ কাম বৰ নিষ্ঠাৰে পালন কৰিবলৈ ধৰিলে। তেওঁৰ সতৰ্ক দৃষ্টি এৰাই নদীয়েদি কৰ নিদিয়াকৈ কোনো নাও পাৰ হৈ যাব নোৱাৰিছিল। কিন্তু সন্ধিয়া বেলিটোৰে নদীৰ সিপাৰৰ ৰূপোৱালী বালিত মূৰ গোঁজাৰ লগে লগে বিবেকৰ মনটো প্ৰিয়াৰ চিন্তাত ব্যাকুল হৈ উঠিছিল। এনিশা তেওঁ নৈৰ পাৰত নিৰলে বহি মন্ত্ৰমুগ্ধ হৈ জোনাকৰ স্নিগ্ধ পোহৰত প্ৰকৃতিৰ শোভা চাই আছিল। জোনাকৰ পোহৰত নৈৰ পানীত উঠা ঢৌৰ জিল্‌মিলনি, পাৰত কোবাই যোৱা সোঁতৰ ছন্দতান, জিলিৰ মাত, ভেকুলীৰ টোৰ্‌টোৰনি সকলো মিলি এক মায়াবী পৰিবেশৰ সৃষ্টি হৈছিল। হঠাৎ নিস্তব্ধতা ভাঙি হোৱা বঠাৰ চপ্‌চপনিৰ এটা চিনাকী শব্দই বিবেকৰ তন্ময়তা ভাঙি কাণ দুখন সজাগ কৰি তুলিলে। লৰালৰিকৈ চাকিটো হাতত লৈ নৈৰ পাৰে পাৰে কিছু দূৰ গৈ তেওঁ দূৰত নদীৰ মাজত ক'লা ছাঁৰ দৰে মন্থৰ গতিৰে গৈ থকা এখন নাও দেখিবলৈ পালে।

"ৰ'বা!" ৰাতিৰ নিস্তব্ধতা ভাঙি বিবেকে চিঞৰি উঠিল, "কোন গৈছে?" বিবেকৰ চিঞৰ শুনি হাতত জোৰ লৈ পহৰাদাৰবোৰ চাৰিওফালৰপৰা দৌৰি আহিল। নাওখন ভেটি ধৰি বিবেকে চিঞৰি ক'লে : "তেওঁক বন্দী কৰি আনা। নাৱৰীয়াজনে মোৰ পত্নীক বন্দী কৰি, আৰু সোণৰ ইটাবোৰ চুৰি কৰি লুকুৱাই ৰাখিছে।" শ্বাসৰুদ্ধ হৈ বিবেক নাৱলৈ দৌৰি গ'ল আৰু বন্ধ খুপৰিটোৰ তলা খুলি বন্দিনী প্ৰিয়াক বাহিৰলৈ উলিয়াই আনিলে। বিবেকে হাতত ধৰি উলিয়াই অনাৰ লগে লগে প্ৰিয়াৰ গাৰ খহুবোৰ নাইকিয়া হৈ আগৰ জেউতি ঘূৰি আহিল।

ইতিমধ্যে কাৰেঙৰ ৰখীয়াবোৰে নাৱৰীয়াজনক ধৰি বন্দী কৰি আনিলে। নাওখন সোণৰ ইটাৰে বোজাই কৰা আছিল। ইটাবোৰ জব্দ কৰিলত দেখা গ'ল প্ৰতি চপৰা ইটাতে বিবেকৰ নিজৰ আৰু তেওঁৰ গাঁৱৰ নাম খোদিত কৰা আছে।

মিলনৰ সেই মধুৰ মুহূৰ্তত বিবেক আৰু প্ৰিয়াই এৰি অহা দিনবোৰৰ দুখৰ কথা পাহৰি গ'ল। অৱশেষত তেওঁলোকৰ অভিশাপৰ সাত বছৰৰ অন্ত পৰিল, আৰু তেওঁলোক শনিৰ কোপদৃষ্টিৰপৰা ৰক্ষা পৰিল। দুয়ো হাতত ধৰাধৰি কৰি প্ৰথমতে ৰাজপ্ৰাসাদলৈ গৈ ৰজা আৰু পিছত মালিনী বুঢ়ীৰ পঁজালৈ গৈ মৰমিয়াল বুঢ়ীগৰাকীক

ধন্যবাদ জনালে। বুঢ়ী আৰু ৰজাৰ ওচৰত তেওঁলোক কৃতজ্ঞ আছিল। তাৰ পিছত ৰজাৰ অনুমতিক্ৰমে অজস্ৰ ধন-সোণেৰে সৈতে জব্দ কৰা নাওখনকে লৈ বিবেক আৰু প্ৰিয়া নিজৰ গাঁৱলৈ গুছি গ'ল।

স্বৰ্গত শনি আৰু লক্ষ্মীৰ মাজত লগা কাজিয়াখনৰো ইমানতে অন্ত পৰিল। বিবেক আৰু প্ৰিয়াৰ দুখ সুখৰ কাহিনীয়ে প্ৰমাণ কৰি দেখুৱালে যে দুয়ো দেৱ-দেৱীৰ মাজত কোনো ডাঙৰ বা সৰু নহয়, বৰং তেওঁলোক সমান শক্তি সম্পন্ন। কাৰণ, দুখৰ ক'লা ছাঁ আঁতৰি গ'লে সুখৰ সোণালী আভাই পোহৰ বিলায়।

*সাধু মোৰ শেষ হ'ল,*
*ৰঙা বেলি মাৰ গ'ল;*
*নীৰৱ গধূলি আহিল নামি,*
*জাপ খালে ফুলৰ কোমল পাহি।*

*সন্ধিয়াৰ ছাঁয়া আহিছে বগাই,*
*গছৰ ডালত শুইছে চৰাই;*
*তিৰবিৰ তিৰবিৰ তৰা আকাশত,*
*ধৰণীয়ে মেলে যেন চকু আবেশত।*

*লুকাই থকা জোন আহিছে ওলাই,*
*ৰাতিৰ বোকোচাৰে বগুৰা বাই;*
*ৰাতি যে এতিয়া হ'ল বহুত গভীৰ,*
*আহাঁ সোণ বুকুলৈ মিঠা টোপনিৰ।*



# ডালিম কোঁৱৰ

পুৰণি কালত এখন দেশত এজন ৰজা আছিল। তেওঁৰ দুগৰাকী ৰাণী আছিল যদিও কোনো সতি-সন্ততি নাছিল। কিন্তু তেওঁৰ অতুল সম্পত্তি আৰু বিশাল সাম্রাজ্যৰ উত্তৰাধিকাৰী হ'বৰ কাৰণে ৰজাই সদায় এটা পুত্ৰ সন্তান কামনা কৰিছিল।

দুয়ো গৰাকী ৰাণীৰে নিজৰ নিজৰ কাৰেং আছিল. আৰু সেই কাৰেঙত ৰাণীৰ মনোৰঞ্জনৰ কাৰণে শ শ অনুচৰী আছিল। অনুচৰীসকলে গান গাই, নাচি, আমোদজনক সাধু কৈ নিজৰ নিজৰ ৰাণীক আনন্দ দিছিল। এই সকলোৰে পৰিচৰ্যাৰ কাৰণে অসংখ্য লিগিৰা-লিগিৰী আছিল। চাৰিওফালে থকা ওখ ওখ গছবোৰে কাৰেং দুটা লোকচক্ষুৰপৰা আঁতৰত ৰাখিছিল। সৰ্বসাধাৰণ ৰাইজে কাৰেঙৰ ভিতৰত কি হৈছে তাৰ একো ভূ নাপাইছিল।

কিন্তু এদিন ফটা-চিতা কাপোৰ পিন্ধা বুঢ়া মগনীয়া এজন সৰু কুঁৱৰীৰ কাৰেঙৰ চৌহদলৈ সোমাই আহিল। লাহে লাহে কাৰেঙৰ দুৱাৰমুখলৈ গৈ তেওঁ এমুঠি চাউল মাগিলে। অনুচৰীসকলে কিন্তু চাউল দিয়া দূৰৰ কথা, এটা খুদকণো দিব নোৱাৰে বুলি কৈ বুঢ়া মগনীয়াজনক খেদিহে পঠিয়ালে। ভোকত কাতৰ মগনীয়াজন এইবাৰ এমুঠি অন্ন বিচাৰি বৰকুঁৱৰীৰ কাৰেঙলৈ গ'ল। দুখীয়া মগনীয়াজনক দেখি বৰকুঁৱৰী নিজেই ওলাই আহিল আৰু বাগিচাৰ ছায়াঁঘন গছৰ তলত জিৰণি ল'বলৈ কৈ সোধ-পোছ কৰি খাবলৈ দিলে। ৰাণীৰ আদৰ-আপ্যায়নত মগনীয়াজন অতি সন্তুষ্ট হ'ল। বিদায় লৈ যাবলৈ ওলাওঁতে তেওঁ ৰাণীক আশীৰ্বাদ দি সুধিলে : "মহাৰাণী, আপোনাৰ সতি-সন্ততি কেইটি ?"

"মই নিঃসন্তান", ৰাণীয়ে দুখমনেৰে ক'লে।

মগনীয়াজনে তেতিয়া ৰাণীক কলপাতেৰে মেৰিওৱা এটা মন্ত্ৰপূত বগৰী দি ক'লে, "এই বগৰীটো পিহি ডালিম ফুলৰ ৰসৰ লগত মিলাই ভগৱানক প্ৰাৰ্থনা কৰি খাই দিব। নটা পূৰ্ণিমা পাৰ হৈ যোৱাৰ পিছত আপুনি এটি অতুলনীয় সৌন্দৰ্যৰ পুত্ৰ সন্তানৰ জননী হ'ব। সন্তানটিৰ গাৰ ৰং ডালিম ফুলৰ নিচিনা হ'ব আৰু তাৰ নাম হ'ব "ডালিম কোঁৱৰ"। কিন্তু কোঁৱৰৰ ওপৰত সদায় শত্ৰুৰ কুদৃষ্টি থাকিব আৰু তেওঁৰ অনিষ্ট কৰিবলৈ চেষ্টা কৰিব। পিছে মই এতিয়া আপোনাক এটা ৰহস্যৰ কথা ক'ম। সেইটো যেন আপুনি কাৰো আগত ব্যক্ত নকৰে। আনকি, ৰজাকো এই বিষয়ে একোকে নক'ব। শুনক, কাৰেঙৰ পুখুৰীত থকা ৰূপালী মাছ এটাৰ গাতে কোঁৱৰৰ আত্মা লুকাই থাকিব।

মাছটোৰ কলিজাৰ ভিতৰত এটা অকণমানি সোণৰ সঁফুৰা থাকিব। সেই সঁফুৰাটোত থকা এডাল সৰু সোণৰ হাৰতে কোঁৱৰৰ জীৱন থাকিব।"

মগনীয়াজন ৰাজকাৰেঙৰপৰা ওলাই যোৱাৰ লগে লগে তেওঁ বৰকুঁৱৰীক দি যোৱা আশীৰ্বাদৰ কথা ফুটি-ফাটি গ'ল। আনন্দত অধীৰ ৰজাই নিজহাতে ৰাজভঁড়ালৰপৰা সকলোতকৈ উত্তম মণি মুকুতা আনি ৰাণীক উপহাৰ দিলে।

যথা সময়ত ৰাণীয়ে মগনীয়াজনে কোৱাৰ দৰেই ডালিম ফুলবৰণীয়া এটা সুন্দৰ পুত্ৰ সন্তান জন্ম দিলে। ল'ৰাটিৰ নাম "ডালিম কোঁৱৰ" ৰখা হ'ল। ইমান বছৰৰ মূৰত সন্তানৰ মুখ দেখি ৰজা আনন্দত উৎফুল্লিত হ'ল। অৱশেষত তেওঁৰ বিশাল ৰাজ্য আৰু ৰত্নখচিত মুকুটৰ উত্তৰাধিকাৰী এজনৰ জন্ম হ'ল! সদ্যজাত শিশুটিক দুহাতেৰে তুলি ধৰি ৰজাই কোঁৱৰৰ উজ্জ্বল ভৱিষ্যতৰ কাৰণে প্ৰাৰ্থনা কৰিলে। ৰাজকুমাৰৰ জন্মৰ আনন্দত ৰাজ্যৰ পৰিবেশো উৎসৱমুখৰ হৈ উঠিল। ধনী-দুখীয়া সকলোৰে কাৰণে ৰাজপ্ৰাসাদৰ দুৱাৰ মুকলি কৰি দিয়া হ'ল। সকলো প্ৰজা আহি আনন্দ-উৎসৱত ভাগ লৈ ৰাজকুমাৰক আশীৰ্বাদ দিলে।

ডালিম কোঁৱৰ লাহে লাহে ডাঙৰ হৈ আহিল। তজ্‌বজীয়া কোঁৱৰৰ অনেক খেলাৰ সঙ্গী আছিল; কিন্তু তেওঁ কাৰেঙৰ বাগিছাত থকা বাৰে বৰণীয়া পাৰ চৰাইবোৰৰ লগত খেলিহে সকলোতকৈ বেছি ভাল পাইছিল। পাৰ চৰাইবোৰে তেওঁৰ দূতৰ কাম কৰিছিল। সিহঁতৰ ঠেঙত চিঠি বান্ধি তেওঁ চৰাইবোৰ বন্ধুহঁতৰ ওচৰলৈ উৰাই পঠিয়াইছিল। তাৰ পিছত তেওঁ সিহঁতে চিঠিৰ উত্তৰ অহালৈ বাট চাই থাকিছিল। কিন্তু কেতিয়াবা বাট ভুল কৰি গৈ পাৰবোৰ সৰুকুঁৱৰীৰ চোতালত পৰিছিলগৈ। তেনে অৱস্থাত কোঁৱৰ পাৰবোৰৰ পিছে পিছে গৈ সিহঁতক নিজৰ কাৰেঙলৈ খেদি আনিছিল।

এদিন ডালিম কোঁৱৰৰ আদৰৰ বগা পাৰজনী উৰি গৈ সৰুকুঁৱৰীৰ কাৰেঙৰ চালত পৰিলগৈ। কোঁৱৰ চৰাইজনী ধৰিবলৈ দৌৰি গৈ সেইখিনি পোৱাৰ আগতেই সৰু কুঁৱৰীৰ সখীয়েকহঁতে ধৰি পাৰজনীক এটা সঁজাত বন্দী কৰি থ'লে। কোঁৱৰে অশেষ কাকুতি-মিনতি কৰা সত্ত্বেও তেওঁলোকে পাৰজনী ঘূৰাই নিদিলে। ডালিম কোঁৱৰ তেতিয়া সৰুকুঁৱৰীৰ ওচৰলৈ গ'ল। আগলৈ যাতে এনে নহয় তাৰ বাবে সকীয়নি দি কুঁৱৰীয়ে পাৰজনী এৰি দিলে। তেওঁ আৰু ক'লে যে পাৰজনী যদি আকৌ আহে তেন্তে তাইক মাৰি মাংসবোৰ কাউৰীয়ে খাবৰ কাৰণে পেলাই দিয়া হ'ব। ডালিম কোঁৱৰে প্ৰতিজ্ঞা কৰিলে আগলৈ তেওঁ পাৰজনী আহিবলৈ নিদিয়ে, আৰু সৰুকুঁৱৰীক সাবটি ধৰি ধন্যবাদ জনাই গুছি গ'ল।

ডালিমকোঁৱৰে মাহীমাকক নিজৰ মাকৰ দৰেই ভাল পাইছিল, কিন্তু মাহীমাক সৰুকুঁৱৰীয়ে



হ'লে তেওঁক চকু পাৰি দেখিব নোৱাৰিছিল। কোঁৱৰৰ জন্মৰ পিছৰেপৰা ৰজাই কেৱল ৰাজকুমাৰ আৰু বৰকুঁৱৰীৰ কথাহে ভাবিছিল। ৰজাৰ আদৰৰপৰা সম্পূৰ্ণ বঞ্চিত হৈ সৰুকুঁৱৰীৰ নিজকে এলাগী যেন লাগিছিল। তেওঁৰ হৈ চোৰাংচোৱাগিৰি কৰা লিগিৰীৰ মুখে তেওঁ ডালিম কোঁৱৰৰ জন্মৰহস্যৰ কথা জানিছিল। নিজৰ কাৰেঙৰপৰা ভিক্ষা নিদি খেদি পঠিওৱা ভিক্ষাৰীজনৰ আশীৰ্বাদত জন্ম হোৱা ডালিমকোঁৱৰৰ আত্মা যে শৰীৰৰ বাহিৰত ক'ৰবাত সুৰক্ষিত হৈ আছে সেই কথাও তেওঁ জানিছিল। কিন্তু লিগিৰীজনীয়ে আত্মাটোনো ক'ত লুকুৱাই থোৱা আছে সেই কথা হ'লে ক'ব পৰা নাছিল।

কিন্তু হায়! পাৰজনী দেখোন আকৌ এদিন উৰি গৈ সৰুকুঁৱৰীৰ কাৰেং পালেগৈ! এইবাৰ কিন্তু কুঁৱৰী পাৰজনী ঘূৰাই দিবলৈ মান্তি নহ'ল। ডালিম কোঁৱৰে বৰকৈ কাকুতি-মিনতি কৰিলত তেওঁ মিচিকি হাঁহিৰে ক'লে : "এটা চৰ্তত্হে মই পাৰজনী ঘূৰাই দিম, তুমি মোক এটা কথা ক'বলৈ প্ৰতিজ্ঞা কৰিব লাগিব।"

"কি কথা, আই?" অকণমানি কোঁৱৰজনে সৰলভাৱে সুধিলে।

"বিশেষ একো নহয়, সোণ! তোমাৰ জীৱটোনো ক'ত থাকে তাকেহে মই জানিব খুজিছো", ৰাণীয়ে ক'লে।

"মোৰ কলিজাৰ বাহিৰেনো জীৱটো আৰু ক'ত থাকিব, আই!" কোঁৱৰে আচৰিত হৈ উত্তৰ দিলে।

"সোণটো, তুমি চাগে নাজানা; কিন্তু তোমাৰ মাৰাই নিশ্চয় জানে", ৰাণীয়ে ক'লে।

"কিন্তু আই, এনেকুৱা নোহোৱা নোপজা কথা মই কেতিয়াও শুনা নাই", কোঁৱৰৰ চকু চল্‌চলীয়া হ'ল।

"তুমি যদি মাৰাক সুধি আহি মোক কথাটো ক'বা বুলি শপত খোৱাঁ, তেন্তে মই চৰাইজনী ঘূৰাই দিম। কিন্তু মাৰাক মোৰ কথা ক'ব নোৱাৰিবা", ৰাণীয়ে আকৌ ক'লে। মাহীমাকৰ কথাত মান্তি হৈ কোঁৱৰে ৰংমনে পাৰজনী লৈ নিজৰ কাৰেঙলৈ লৰ মাৰিলে।

পিছদিনাখন আকৌ পাৰজনীয়ে সৰুকুঁৱৰীৰ বাৰীলৈ উৰা মাৰিলে। ডালিমকোঁৱৰ আকৌ এবাৰ চৰাইজনী আনিবলৈ গ'ল। সৰু ৰাণীয়ে সুধিলে : "মাৰাই কি ক'লে, বাচা?"

"অ", আই! কালি পাৰজনী পাই মোৰ মনটো ইমান ভাল লাগিল, আপুনি কোৱা কথা মই একেবাৰে পাহৰি গ'লো। মোক ক্ষমা কৰক। পাৰজনী ঘূৰাই দিয়ক, আই, এইবাৰ মই কেতিয়াও নাপাহৰোঁ। শপত খাই কৈছো, মাক সুধি আহি মই আপোনাক সকলো কথা ক'ম", ডালিমকোঁৱৰে কন্দনামুৱা হৈ ক'লে।

সেইদিনা ঘৰলৈ গৈ দিনটো পাৰচৰাইবোৰৰ লগত খেলা-ধূলা কৰি সন্ধিয়া ডালিম কোঁৱৰে মাকৰ ওচৰলৈ গৈ সুধিলে : "মা, মোৰনো জীৱটো ক'ত থাকে কোৱাঁচোন!"

"এইবোৰ কি কৈছা সোণ? আজি তুমি এনেকুৱা আচৰিত ধৰণৰ কথা সুধিছা



কেলেই?" ৰাণীয়ে ভয় খালে।

"মা, তুমি হেনো মোৰ জীৱনৰ ৰহস্য জানা; কোৱাঁনা মা, মোৰ আত্মাটো ক'ত লুকাই আছে!" কোঁৱৰে আকৌ অনুনয় কৰি ক'লে।

বিস্ময়ত হতবাক ৰাণীৰ মুখৰ মাত হৰিল। ৰাজকুমাৰে এই গুপুত কথাটোনো কেনেকৈ জানিলে তাকে ভাবি তেওঁ আচৰিত হ'ল। কাৰণ, এই ৰহস্যৰ কথা তেওঁ ৰজাকো জানিবলৈ দিয়া নাছিল। প্ৰথমতে তেওঁ সেই বিষয়ে কিবা ক'বলৈ অস্বীকাৰ কৰিলে। কিন্তু কোঁৱৰে কান্দিবলৈ ধৰিলে। আনকি তেওঁ জিদ্ ধৰি ভাত-পানী খোৱাও বন্ধ কৰিলে। উপায়ান্তৰ হৈ ৰাণীয়ে মনৰ দৃঢ়তা হেৰুৱাই পেলালে আৰু তেওঁ কোঁৱৰক তেওঁৰ জন্ম আৰু জীৱনৰ বিষয়ে আন কোনেও নজনা ৰহস্যটোৰ বিষয়ে সকলো কথা কৈ দিলে।

পিছত ডালিম কোঁৱৰ সৰুকুঁৱৰীৰ কাষলৈ গ'ল আৰু মাকে কোৱা সকলো কথা সৰুমাকক কৈ দিলে। কোঁৱৰৰ জীৱনৰ ৰহস্য জনাৰ লগে লগে সৰুকুঁৱৰীয়ে সতিনীৰ পুতেকক মাৰি পেলাবলৈ থিৰাং কৰিলে। তেওঁ

বেমাৰৰ ভাও জুৰি ৰজালৈ খবৰ পঠিয়ালে। কুঁৱৰীয়ে ৰজাক বেজে দিয়া প্ৰতিকাৰৰ উপায়ৰ কথা ক'লে। বেজৰ নিদানমতে কাৰেঙৰ পুখুৰীত থকা ৰূপালী মাছটোৰ পেটু খালেহে বোলে তেওঁৰ অসুখ ভাল হ'ব। লগে লগে ৰজাই মাছুৱৈক মতাই পুখুৰীত জাল পেলোৱাই ৰূপালী মাছটো ধৰাই সৰু কুঁৱৰীলৈ পঠিয়াই দিয়ালে।

মাছটো জালত পৰাৰ লগে লগে ডালিম কোঁৱৰৰ গাটো কেনেবা কেনেবা লাগিছিল। কাৰেঙলৈ নি মাছটো কাটিলত কোঁৱৰ ঢলি পৰিল। কোঁৱৰ মৃতপ্ৰায় হৈ পৰি যোৱা শুনি বৰৰাণী মূৰ্চ্ছা গ'ল। কিন্তু ৰজাই ইমান সহজতে তেওঁৰ মৰমৰ কোঁৱৰৰ মৃত্যু হোৱা কথাটো বিশ্বাস কৰিবলৈ টান পালে। তেওঁ কুমাৰৰ অচেতন দেহাটো তেওঁলোকৰ গ্ৰীষ্মকালীন প্ৰাসাদলৈ নি তাতে সযতনে ৰাখিবলৈ আদেশ দিলে। জীয়াই থকা সৰু ল'ৰা এটাৰ আৰামৰ কাৰণে যি যি বস্তুৰ দৰকাৰ হয় প্ৰাসাদত সেই সকলো বস্তুৰে যোগান ধৰা হ'ল। কেৱল ডালিমকোঁৱৰৰ নলে-গলে লগা বন্ধু নন্দৰ বাহিৰে প্ৰাসাদৰ দুৱাৰ আন সকলোৰে কাৰণে বন্ধ আছিল। নন্দৰ হাততেই প্ৰাসাদৰ দুৱাৰৰ চাবি আছিল।

ইফালে সৰুকুঁৱৰীয়ে মাছৰ পেটৰপৰা সোণৰ সঁফুৰাটো উলিয়াই লৈ তাত থকা সোণৰ হাৰডাল নিজৰ ডিঙিত পিন্ধি ল'লে। গোটেই দিনটো তেওঁ হাৰডাল ডিঙিত পিন্ধি থাকি ৰাতি শুবৰ সময়ত সাৱধানে খুলি গাৰুৰ তলত লুকুৱাই থ'লে।

সেই নিশা ডালিম কোঁৱৰক থোৱা গ্ৰীষ্মপ্ৰাসাদলৈ গৈ প্ৰাসাদৰ দুৱাৰ খুলি নন্দই ভিতৰত বগা ছাঁৰ দৰে কিবা এটা ঘূৰি ফুৰা দেখিবলৈ পালে। প্ৰথমতে তেওঁ সেইটো ভূত বুলি ভাবি অলপ ভয় খালে। কিন্তু ওচৰলৈ গৈ ভালকৈ চাই দেখিলে সেইটো দেখোন ভূত নহয়; বৰং তেওঁৰ বন্ধু ডালিম কোঁৱৰে সোঁশৰীৰেৰে খোজ কাঢ়ি ফুৰিছে! তেওঁ আচৰিত হ'ল।

"ডালিম কোঁৱৰ! তুমি সঁচাকৈয়ে জীয়াই আছা নে মই তোমাৰ ভূত দেখিছো? বেগেতে কোৱাঁ। একো তৎ ধৰিব নোৱাৰি মই বিতত হৈছো", নন্দই ক'লে।

"নন্দ, গোটেই দিনটো মই মৰি আছিলো, কিন্তু ৰাতি হ'লত মই আকৌ মোৰ জীৱন ঘূৰাই পালো! মই নিজেই বিমোৰত পৰিছো। ধৰিবই পৰা নাই মই মৰিলো নে জীয়াই আছো!"

ৰাতি ৰাতি নন্দ সদায় ডালিম কোঁৱৰৰ প্ৰাসাদলৈ যায়। তেওঁলোক দুয়ো একেলগে খাই বৈ ধেমালি কৰি ৰাতিটো কটাই দিয়ে। কিন্তু তেওঁলোক এজনেও ৰাতি পুওৱাৰ লগে লগে ডালিমকোঁৱৰৰ মৰি যোৱাৰ ৰহস্যটো বুজিব পৰা নাছিল।

এনেদৰেই এৰাতি ডালিম কোঁৱৰ আৰু নন্দ বহি পাশা খেলি আছিল। তেনেতে হঠাৎ তেওঁলোকে দুৱাৰত কাৰোবাৰ টোকৰ শুনিবলৈ পালে। একে জাঁপে উঠি গৈ দুৱাৰখন খুলি নন্দই দেখিলে বাহিৰত দিপ্‌লিপ্ ধুনীয়া ছোৱালী এজনী থিয় হৈ আছে। ছোৱালীজনী ভিতৰ সোমাই আহিলত ডালিম কোঁৱৰে সুধিলে : "হে অচিনাকী সুন্দৰী!

তুমি কোন? আৰু এই ঠাওঁত ৰাতিখন তুমি ইয়ালৈ আহিছাই বা কেলেই?"

"মোৰ নাম নয়না। মই এজন বিখ্যাত জ্যোতিষীৰ ছোৱালী। দেউতাই মোৰ এজন মৃত ৰাজকুমাৰৰ লগত বিয়া হ'ব বুলি ভৱিষ্যদ্বাণী কৰিছে। মই এতিয়া ডাঙৰ হ'লো। সেইকাৰণে কপালৰ লিখন খণ্ডাবৰ কাৰণে মই ঘৰ আৰু গাওঁ এৰি গুচি আহিছো", ছোৱালীজনীয়ে চকুলো টুকি উত্তৰ দিলে।

"ভাগ্যত যি লিখা থাকে তাৰপৰা কোনোৱেই সাৰি যাব নোৱাৰে", ডালিম কোঁৱৰে ক'লে। "ময়েই সেই মৃত ৰাজকুমাৰ, আৰু তুমি মোৰ পত্নী হ'বা।"

আচৰিত হৈ ছোৱালীজনীয়ে ক'লে : "কিন্তু তুমিতো জীৱিত, আৰু মোৰ লগত কথাও পাতিছা! তুমি আকৌ মই বিয়া কৰাবলগীয়া মৃত ৰাজকুমাৰজন কেনেকৈ হ'বা?"

"আহঁা, মই তোমাক মোৰ দুখৰ কাহিনী কওঁ। তুমি নিজেই সকলো বুজি পাবা", ডালিম কোঁৱৰে ছোৱালীজনীক ভিতৰলৈ মাতি নিলে।

গোটেই ৰাতি ডালিম কোঁৱৰে ছোৱালীজনীৰ লগত কথা পাতি তেওঁক নিজৰ জীৱনৰ কথা ক'লে। ছোৱালীজনীয়েও নীৰৱে তেওঁৰ কথা শুনি থাকিল। কিন্তু পুৱাৰ প্ৰথম কিৰণে পৃথিৱী স্পৰ্শ কৰাৰ লগে লগে কোঁৱৰ মৃতপ্ৰায় হৈ মাৰ্বলৰ মূৰ্তিৰ দৰে নিঃসাৰ হৈ গ'ল। অকলে অকলে নয়নাৰ বৰ ভয় লাগিল আৰু তেওঁ কান্দিবলৈ ধৰিলে। পিছে ৰাতি হোৱাৰ লগে লগে কোঁৱৰ আকৌ জীৱন্ত হৈ উঠিল। পুৱতি নিশালৈকে তেওঁলোকে আকৌ একেলগে খাই-বৈ, কথা পাতি হাঁহি-মাতি সময় কটালে। এনেকৈয়ে ৰাতিৰ ঠাইত দিন, দিনৰ ঠাইত ৰাতি কৰি জীৱন আৰু মৃত্যুৰ লগত খেলি তেওঁলোকে হাঁহি-কান্দোনৰ মাজেৰে সাত বছৰ কটালে। এই সাত বছৰৰ ভিতৰত ডালিম কোঁৱৰ আৰু নয়না দুটা পুত্ৰ সন্তানৰ পিতৃ-মাতৃ হ'ল। ল'ৰাহাল দেখিবলৈ সাইলাখ পিতাকৰ নিচিনা আছিল।

সুদীৰ্ঘ সাতোটা বছৰ নয়নাই সময়ৰ বিপৰীত দিশত চলা ডালিম কোঁৱৰৰ জীৱনৰ লগত তাল মিলাই দিন কটালে। কিন্তু এইবাৰ পুতেকহঁতৰ ভৱিষ্যতৰ কথা ভাবি তেওঁৰ চিন্তা হ'ল। সেয়ে এদিন নন্দ তেওঁলোকৰ খবৰ লবলৈ আহোঁতে নয়নাই তেওঁক নিজৰ চিন্তাৰ কথা কৈ সুধিলে : "নন্দ, আমি ডালিম কোঁৱৰৰ এই আচৰিত জীৱন পদ্ধতিৰ লগত তাল মিলাই আৰু কিমান দিন থাকিব পাৰিম? এই ৰহস্য সমাধানৰ কোনো উপায় নাই নে?"

"তোমাৰ চিন্তা আৰু দুখৰ কথা মই ভালদৰেই বুজিব পাৰিছো, নয়না", নন্দই উত্তৰ দিলে। "মই এই ৰহস্যটোৰ বিষয়ে গভীৰভাৱে চিন্তা কৰিছো। আমি বোধহয় এই দুখৰ অন্ত পেলাব পাৰিম। কিন্তু তাৰ কাৰণে তুমি মই যি কওঁ তাকে কৰিব লাগিব। তুমি ল'ৰা দুটা লগত লৈ নাপিতনীৰ ছদ্মবেশত ৰাজকাৰেঙলৈ যাবা। দুয়োগৰাকী ৰাণীৰ ওচৰলৈ গৈ তুমি তেওঁলোকৰ ওচৰত কাম বিচাৰিবা। তাৰ পিছত কি হয় দেখা যাব।"

ডালিম কোঁৱৰে নয়নাক মাকৰপৰা শুনা তেওঁৰ জীৱনৰ ৰহস্যৰ সকলো কথা কৈছিল। নয়নাৰপৰা গোটেই কথাখিনি শুনাৰ পিছত গভীৰভাৱে চিন্তা কৰি নন্দ নিশ্চিত হ'ল যে সম্ভৱতঃ ৰূপালী মাছৰ পেটত পোৱা সোণৰ হাৰডাল সৰুৰাণীয়ে দিনটো পিন্ধি থাকিছিল। হাৰডাল ৰাণীয়ে পিন্ধি থকাৰ সময়ত আত্মাটো ডালিম কোঁৱৰৰ শৰীৰত নাথাকিছিল, আৰু সেই কাৰণেই সেই সময়ত তেওঁ মৰাৰ নিচিনা হৈছিল। কিন্তু ৰাতি ৰাণীয়ে হাৰডাল খুলি থ'লে আত্মাটো কোঁৱৰৰ ওচৰলৈ ঘূৰি আহিছিল আৰু তেতিয়া তেওঁ জী উঠিছিল।



পিছদিনা নন্দই নয়নাক এটা নাপিতনীৰ বাকচ আনি দিলে। বাকচটো লৈ নাপিতনীৰ ভেশ ধৰি লৰাহাল লগত লৈ নয়না ৰাজকাৰেঙলৈ গ'ল। প্ৰথমতে তেওঁ

বৰকুঁৱৰীৰ ওচৰলৈ গৈ মূৰ ধুৱাই, ভৰি হাত চাফা কৰি ভৰিত আল্টা লগাবলৈ অনুমতি বিচাৰিলে। কিন্তু সৰু ল'ৰাদুটা দেখাৰ লগে লগে ৰাণীৰ চকুপানী ওলাবলৈ ধৰিলে। কাৰণ তেতিয়া তেওঁৰ পুতেক ডালিম কোঁৱৰলৈ মনত পৰি গৈছিল। চকুপানী টুকি তেওঁ নয়নাক ক'লে যে তেওঁ প্ৰসাধন নকৰে; কিয়নো মৰমৰ পুতেকৰ মৃত্যুৰ পিছৰেপৰা তেওঁ সংসাৰত্যাগী সন্ন্যাসিনীৰ দৰেহে জীৱন কটাইছে। তেওঁ ৰাজপ্ৰাসাদত আছে ঠিকেই, কিন্তু নাৰীসুলভ আমোদপ্ৰমোদৰ প্ৰতি তেওঁৰ কোনো মোহ নাই। তাৰ পিছত ৰাণীয়ে ডালিম কোঁৱৰৰ চেহেৰাৰ ল'ৰাদুটাক মৰমসাদৰ কৰি খুৱাই-বুৱাই বিদায় দিলে।

এইবাৰ নয়নাই সৰুকুঁৱৰীৰ ওচৰলৈ গৈ তেওঁৰ মূৰ-ভৰি-হাত ধুৱাই প্ৰসাধন কৰি দিয়াৰ অনুমতি বিচাৰিলে। নয়নাই ভৰি ধুৱাই থাকোঁতে ৰাণীৰ ডিঙিত চক্‌মকাই জিলিকি থকা সোণৰ হাৰডাল সৰুটো ল'ৰাৰ চকুত পৰিল। হাৰডাল তাৰ বৰ ভাল লাগিল আৰু কোনেও তৰ্কিবলৈ নৌ পাওঁতেই সেইডাল ৰাণীৰ ডিঙিৰপৰা আঁজুৰি চিঙি আনিলে। ল'ৰাটোৰ কাণ্ডত নয়না অবাক হ'ল। তেওঁ পুতেকৰ হাতৰপৰা হাৰডাল ঘূৰাই আনিবলৈ চেষ্টা কৰিলে, কিন্তু সি এৰি নিদি চিঞৰত তাল-ফাল লগালে। কান্দোনত তাৰ উশাহ বন্ধ হোৱাৰ উপক্ৰম হ'ল। অকণমানি মৰম লগা ল'ৰাটোলৈ ৰাণীৰ দয়া উপজিল। তেওঁ ক'লে : "ল'ৰাটোক নকন্দুৱাবা, চৰ্চৰণি খাব। বৰং তাক এতিয়া হাৰডাল লৈ থাকিবলৈ দিয়াঁ। পিছত তাৰ টোপনি আহিলে তাৰপৰা লৈ মোক দি দিবাহি।" সৰুকুঁৱৰীয়ে ডালিম কোঁৱৰ মৰা বুলিয়েই জানিছিল, আৰু সেইকাৰণেই সোণৰ হাৰডাল তেওঁৰ হাতৰপৰা গ'লে কিবা ভয়ৰ কাৰণ থাকিব পাৰে বুলি ভবাই নাছিল।

নয়নাই হাততে সৰগ ঢুকি পোৱা যেন পালে। হাৰডালে সৈতে ল'ৰাহাল লগত লৈ তেওঁ ঘৰলৈ ঘূৰি গ'ল। তেওঁলোক ঘৰ সোমোৱাৰ লগে লগে বেলিৰ পোহৰত ডালিম কোঁৱৰৰ চকু চাট্ মাৰি ধৰিলে। অন্ধই বহুত দিনৰ মূৰত দৃষ্টিশক্তি ঘূৰাই পোৱাৰ দৰে তেওঁ উঠি বহি ইফালে সিফালে চাবলৈ ধৰিলে। দৌৰি আহি নয়নাই তেওঁৰ ডিঙিত সোণৰ হাৰডাল পিন্ধাই দিলে। তেওঁ ডালিম কোঁৱৰক সৰু ল'ৰাটোৱে সৰুৰাণীৰ ডিঙিৰপৰা হাৰডাল আঁজুৰি অনাৰ কথা ক'লে।

ডালিম কোঁৱৰৰ কাৰণে এই সুখ অভাৱনীয় আছিল। আনন্দতে তেওঁ ল'ৰা দুটা আৰু নয়নাক আঁকোৱালি ধৰি চুমা খালে। তেওঁ ক'লে : "ৰাতি উজাগৰে থাকি জোনবাই আৰু তৰাবোৰ আমাৰ আপোন হৈ পৰিছিল। এতিয়া আমি দিনৰ উজ্জ্বলতা আৰু ৰাতিৰ সৌন্দৰ্য দুয়োটা একেলগে উপভোগ কৰিব পাৰিম। আমি আৰু একোলৈকে ভয় কৰিব নালাগে, আমাৰ দুখৰ অন্ত পৰিল।"

ইতিমধ্যে বুঢ়া মগনীয়াজন বৰকুঁৱৰীৰ ৰাজকাৰেঙলৈ এদিন আকৌ আহিল। মগনীয়াজনে বৰকুঁৱৰীক ক'লে : "মহাৰাণী, ডালিম কোঁৱৰৰ আচলতে মৃত্যু হোৱা

নাছিল, তেওঁ এতিয়াও জীয়াই আছে! কোঁৱৰ আপোনালোকৰ গ্ৰীষ্মপ্ৰাসাদত আছে। ৰজাৰে সৈতে তালৈ গৈ ডালিম কোঁৱৰ, তেওঁৰ ঘৈণীয়েক আৰু ল'ৰাহালক নিজৰ ৰাজ্যলৈ, নিজৰ প্ৰজাৰ ওচৰলৈ লৈ আনকগৈ।"

ইফালে সৰুকুঁৱৰীৰ চোৰাংচোৱা লিগিৰীজনীয়ে বুঢ়া মগনীয়াজন বৰকুঁৱৰীৰ ওচৰলৈ অহা দেখা পালে। তাই মনে মনে গছৰ আঁৰত লুকাই মগনীয়াজনে ৰাণীক কোৱা কথাবোৰ শুনি থাকিল। তাৰ পিছত তাই লৰালৰিকৈ সৰুকুঁৱৰীৰ ওচৰলৈ গৈ ৰাণী আৰু মগনীয়াজনৰ মাজত হোৱা কথাবোৰ কৈ দিলেগৈ। সৰুকুঁৱৰী ভয়তে কঁপিবলৈ ধৰিলে। কাৰণ তেওঁ বুজি পালে তেওঁৰ সান্দহ খোৱা বালি তল গ'ল, এইবাৰ আৰু তেওঁৰ দুষ্টালিৰ কথা অজ্ঞাতে নাথাকে। নিজৰ কুকৰ্মৰ কাৰণে তেওঁ শাস্তি ভুগিব লাগিব। ভয় আৰু খঙত বলিয়াৰ দৰে হৈ তেওঁ বাৰীৰ ফালে দৌৰি গ'ল আৰু পুখুৰীত জঁপিয়াই পৰি মৰি থাকিল। পুখুৰীত থকা মাছবোৰে দুষ্ট ৰাণীৰ পাপী দেহাটো কামুৰি, আঁকুহি-বাঁকুহি খাই পেলালে।

পিছদিনা পুৱাটো অতি মনোৰম আছিল। কোনোবাই যেন যাদুকৰী আঙুলিৰ পৰশেৰে আকাশত ৰামধেনুৰ সাতোৰঙৰ তোৰণ সাজিলে। পুৱতিৰ নিয়ৰে ধুই শীতল কৰা বায়ুৱে ফুলৰ সুবাস কেউফালে কঢ়িয়াই লৈ গ'ল। পুৱাৰ সেই অভিনৱ সৌন্দৰ্যত প্ৰজাসকল মন্ত্ৰমুগ্ধৰ দৰে নিজ নিজ ঘৰৰপৰা ওলাই আহিল আৰু কাৰেঙৰ প্ৰৱেশদ্বাৰত ৰাজপৰিয়ালৰ লোকসকলক স্বাগত জনাবলৈ উপস্থিত হ'ল। ৰজা-ৰাণীৰ লগত পত্নী আৰু সন্তানেৰে সৈতে ইমানদিনে মৃত বুলি ভাবি থকা আদৰৰ ৰাজকোঁৱৰ ঘূৰি অহা দেখি সমস্ত প্ৰজা আনন্দত অধীৰ হ'ল।

*সাধু মোৰ শেষ হ'ল,*
*ৰঙা বেলি মাৰ গ'ল;*
*নীৰৱ গধূলি আহিল নামি,*
*জাপ খালে ফুলৰ কোমল পাহি।*

*সন্ধিয়াৰ ছাঁয়া আহিছে বগাই,*
*গছৰ ডালত শুইছে চৰাই;*
*তিৰবিৰ তিৰবিৰ তৰা আকাশত,*
*ধৰণীয়ে মেলে যেন চকু আবেশত।*

*লুকাই থকা জোন আহিছে ওলাই,*
*ৰাতিৰ বোকোচাৰে বগুৱা বাই;*
*ৰাতি যে এতিয়া হ'ল বহুত গভীৰ,*
*আহঁ সোণ বুকুলৈ মিঠা টোপনিৰ।*



# চন্দ্ৰশেখৰ

এসময়ত এখন ৰাজ্যৰ ৰাজধানীত এজনী দুখীয়া বুঢ়ী মানুহ বাস কৰিছিল। তেওঁ গাঁৱৰ বাটে ঘাটে পৰি থকা এৰেহা পেলনীয়া বস্তু বিচাৰি বুটলি তাৰ ওপৰতে জীৱন নিৰ্বাহ কৰিছিল। বুঢ়ী মানুহজনীৰ এজনী দিপ্‌লিপ্ সুন্দৰী জীয়েক আছিল। ছোৱালীজনীৰ চেহেৰাত সুখ আৰু দুখ, হাঁহি আৰু কান্দোন, আনন্দ আৰু বেদনাৰ এক অপূৰ্ব সংমিশ্ৰণ আছিল। কিন্তু ভোক আৰু অভাৱৰ মাজত জীৱন কটোৱাই তাইৰ ভাগ্যত লিখা আছিল। ছোৱালীজনীৰ অতুলনীয় সৌন্দৰ্যই বাটেদি যোৱা অফুৰন্ত ধন-সোণৰ বিনিময়ত পৃথিৱীৰ সকলো সৌন্দৰ্য কিনাৰ ক্ষমতা থকা ৰজাৰেপৰা আঙুলিৰ যাদুৰ পৰশত চালে চকু ৰোৱা ধুনীয়া বস্তু গঢ় দিবপৰা কুমাৰলৈকে সকলোকে মোহিত কৰিছিল।

ছোৱালীজনীৰ অনিৰ্বচনীয় ৰূপ আৰু ব্যক্তিত্বত আকৰ্ষিত হৈ তাইতকৈ সামাজিক মান মৰ্যাদাত বহুত ওপৰৰ তিনিজনী ছোৱালীয়ে তাইৰ লগত সখী পাতিছিল। ছোৱালী তিনিজনীৰ এজনী প্ৰধানমন্ত্ৰীৰ জীয়েক, এজনী এজন ধনী সাউদৰ জীয়েক আৰু আনজনী ৰাজ পুৰোহিতৰ জীয়েক আছিল।

এদিনাখন চাৰিও বান্ধৱীয়ে ৰাজপ্ৰাসাদৰপৰা অলপ আঁতৰৰ এটা পুখুৰীত গা ধুই আছিল। পুখুৰীৰ শীতল পানীত সাঁতুৰি-নাদুৰি গা ধুই থাকোঁতে তেওঁলোকে ইজনীয়ে সিজনীক নিজৰ নিজৰ বিশেষ গুণৰ কথা ক'বলৈ ধৰিলে।

"সখীহঁত শুনা", প্ৰধানমন্ত্ৰীৰ জীয়েকে ক'লে, "যিজন মানুহে মোক বিয়া কৰাব তেওঁ বৰ সুখী হ'ব। তেওঁ মোৰ কাৰণে কাপোৰ কিনিবলৈ কেতিয়াও পইচা খৰচ কৰিব নালাগে। কাৰণ মই পিন্ধি থকা কাপোৰসাজ কেতিয়াও নষ্ট নহয়, ই অজৰ অমৰ।"

"মোক যি বিয়া কৰাব তেৰোঁ সুখী হ'ব", সাওদৰ জীয়েকে ক'লে, "মোৰ চকুৰ তলৰ জুই কোনোকালেই নুনুমায়। দিনৰ পিছত দিন, মাহৰ পিছত মাহ, বছৰৰ পিছত বছৰ মোৰ চৌকাত জুই থাকিব।"

"মোৰ ভাবী স্বামীও বৰ ভাগ্যৱান পুৰুষ হ'ব", ৰাজ পুৰোহিতৰ জীয়েকে ক'লে, "যি চৰুত মই ৰন্ধা-বঢ়া কৰিম তাত বস্তু কেতিয়াও বেয়া নহয়। ঘৰৰ সকলো মানুহে খোৱাৰ পিছতো চৰুটো সদায় ভৰি থাকিব। আমাৰ ঘৰত কেতিয়াও খোৱাৰ অভাৱ নহয়।"



শেষত দুখীয়া বুঢ়ী মানুহজনীৰ জীয়েকে ক'লে : "মই যিজন মানুহক বিয়া কৰাম তেওঁ ধন্য হ'ব। কাৰণ, মই এহাল যঁজা সন্তান জন্ম দিম—এজনী ছোৱালী আৰু এটা ল'ৰা। ছোৱালীজনী ঐশ্বৰিক সৌন্দৰ্যৰ অধিকাৰিণী হ'ব আৰু ল'ৰাটোৰ কপালত এটা জোন আৰু হাতৰ তলুৱাত এটা তৰা থাকিব।"

ছোৱালী কেইজনীয়ে কথা পাতি থাকোঁতে তেওঁৰ শুকুলা ঘোঁৰাটোত উঠি ৰজা সেইফালে পাৰ হৈ গৈছিল। বাটেদি যাওঁতে তেওঁ চাৰি বান্ধৱীৰ কথা শুনিবলৈ পালে। "যিজনী ছোৱালীৰ কাপোৰ কেতিয়াও নষ্ট নহয়, নাফাটে, নপঁচে তেওঁৰ কাৰণে মোৰ কোনো আগ্ৰহ নাই", ৰজাই ভাবিলে, "কাৰণ মই মোৰ ৰাণীক সোণ-ৰূপৰ সূতাৰে কাম কৰা হীৰা-মাণিক খটোৱা অসংখ্য ধুনীয়া ধুনীয়া কাপোৰ দিব পাৰিম। সেইবোৰ দেখি ৰাজ্যৰ সকলো ছোৱালীৰে চকু থিৰ হ'ব। চৌকাত সদায় জুই জ্বলি থকা ছোৱালীজনীৰ কথাও মই নাভাবো, কাৰণ ৰাজমহলৰ ৰান্ধনিশালত খৰিৰ কোনো অভাৱ নাই। সেই খৰিয়ে অনায়াসে গোটেই পৃথিৱীখন জ্বলাব পৰা যাব। চৰুৰ ভাত কোনোদিনে শেষ নোহোৱা ছোৱালীজনীও মোক নালাগে। মোৰ ভঁড়ালত পৃথিৱীৰ সমস্ত ৰজা-প্ৰজাই খাই শেষ কৰিব নোৱাৰা পৰিমাণৰ শস্য আছে। কিন্তু যিজনী ছোৱালীৰ সৌন্দৰ্যই সকলো দেৱীৰ সৌন্দৰ্য চেৰ পেলাইছে, আৰু যি ঐশ্বৰিক সৌন্দৰ্যসম্পন্ন কন্যা আৰু কপালত জোন আৰু হাতত তৰা থকা পুত্ৰ সন্তানৰ জন্ম দিব সেইজনী ছোৱালীহে মোৰ ৰাণী হোৱাৰ যোগ্য। মই এই চতুৰ্থ ছোৱালীজনীকে বিয়া কৰাম।"

ৰজাৰ আগৰ চাৰিগৰাকী ৰাণী আছিল, কিন্তু কোনো সতি-সন্ততি নাছিল। ৰজাৰ ডা-ডাঙৰীয়াসকলৰ কাৰণে সেইটো বৰ চিন্তাৰ বিষয় আছিল। কাৰণ, সন্তানহীন ৰজা শক্তিহীন, জ্যোতিহীন সূৰ্যৰ নিচিনা নিস্তেজ হয়। সেয়ে তেওঁলোকে ৰজাক পঞ্চমবাৰ বিয়া কৰাবলৈ অনুৰোধ কৰিলে। তেওঁলোকে আশা কৰিছিল পঞ্চমবাৰ নিশ্চয় ভাগ্যই ৰজাক লগ দিব আৰু বিশাল সাম্ৰাজ্যৰ উত্তৰাধিকাৰী এজনৰ জন্ম হ'ব।

পুখুৰীৰ পাৰত ছোৱালী কেইজনীৰ কথা শুনি ইতিমধ্যেই দুখীয়া বুঢ়ীৰ জীয়েকৰ প্ৰতি ৰজাৰ মন খাইছিল। তেওঁ ছোৱালীজনীৰ বংশ-পৰিয়ালৰ খবৰ লবলৈ মানুহ পঠিয়ালে। কিন্তু তেওঁলোকে দুখমনে ঘূৰি আহি ৰজাক জনালে যে ছোৱালীজনী তেওঁৰ যোগ্য নহয়। কাৰণ, নীচকুলত, সাধাৰণ মগনীয়াৰ ঘৰত জন্ম হোৱা ছোৱালী এজনী ৰাজ্যৰ ৰাণী হ'ব নোৱাৰে।

"ৰজাই ৰাজপৰিয়ালৰ লগত কোনো মিল নথকা সাধাৰণ ছোৱালী এজনী কেনেকৈ বিয়া কৰাব?" প্ৰধানমন্ত্ৰীয়ে খঙেৰে ক'লে।

"কোনো কথা নাই", ৰজাই ক'লে, "মই সেইজনী ছোৱালীকহে বিয়া কৰাম।"

সেইদিনাই ৰজাই বুঢ়ী মানুহজনীৰ ওচৰলৈ কটকী পঠিয়ালে। ৰজাঘৰৰ মানুহ দেখি বুঢ়ী ভয়তে কঁপিবলৈ ধৰিলে। কাৰণ, ভাবিছিল লুকাই-চুৰকৈ ৰাজপ্ৰাসাদৰ

চৌহদত সোমোৱাৰ কাৰণেহে ৰজাই তেওঁক ধৰি নিবলৈ মানুহ পঠিয়াইছে। ভয়তে থক্‌থক্‌কৈ কঁপি তেওঁ ৰাজকটকীৰ পিছে পিছে গৈ ৰজাৰ ভিতৰ চ'ৰা পালেগৈ।

"শুনিছো তোমাৰ হেনো এজনী লক্ষ্মী সৰস্বতীতকৈও ধুনীয়া ছোৱালী আছে, আৰু তেওঁ আমাৰ প্ৰধানমন্ত্ৰী আৰু ৰাজপুৰোহিতৰ ছোৱালীৰ বান্ধৱী?" ৰজাই সুধিলে।

ভয়তে বেচেৰী বুঢ়ীৰ মাত নাইকিয়া হ'ল। তেওঁৰ হাত-ভৰি কঁপিবলৈ ধৰিলে। কোনোমতে নিজকে চম্ভালি ৰজাৰ ভৰিত পৰি তেওঁ কঁপা কঁপা মাতেৰে ক্ষমা খুজিলে।

"আই!" ৰজাই হাউলি দুহাতেৰে বুঢ়ীক তুলি ধৰি ক'লে, "মই তোমাৰ ছোৱালীজনীক বিয়া কৰাই মোৰ ৰাণী পাতিব খুজিছো।"

বুঢ়ীয়ে নিজৰ কাণকে বিশ্বাস কৰিব নোৱাৰিলে। এনেকুৱা এটা অভাৱনীয় প্ৰস্তাৱ শুনি বুঢ়ীৰ মুখৰ মাত হৰিল আৰু অবিশ্বাসভৰা চাৱনিৰে একেথৰে ৰজাৰ ফালে চাই থাকিল। কিন্তু ৰজাই তেওঁক মৰমেৰে আশ্বাস দিলে : "তোমাৰ মনৰপৰা সকলো চিন্তা-ভয় আঁতৰাই পেলোৱাঁ। সঁচাকৈয়ে মই তোমাৰ ছোৱালীজনীক বিয়া কৰি তেওঁক মোৰ ৰাজ্যৰ ৰাণী পাতিম।"

ৰজাই এজনী সাধাৰণ, কিন্তু দিপ্‌লিপ্ সুন্দৰী ছোৱালী বিয়া কৰাব খোজা কথাটো সোনকালেই গোটেই ৰাজ্যতে ফুটি-ফাটি গ'ল। এই কথা শুনি চাৰি ৰাণী আতঙ্কত শিহৰি উঠিল। "মহাৰাজ, আপুনি পাগল হ'ল নেকি? আপুনি যে এই ছোৱালীজনী বিয়া কৰাব খুজিছে, তাই দেখোন আমাৰ দাসী হোৱাৰো যোগ্য নহয়! আমি কেনেকৈ তাইক আমাৰ সমান বুলি ভাবিম?" ডাঙৰ গৰাকী ৰাণীয়ে খঙেৰে ক'লে। কিন্তু ৰজা নিজৰ মতত অটল থাকিল।

পিছদিনা ৰাজজ্যোতিষীক মতাই আনি বিয়াৰ দিন ঠিক কৰা হ'ল। জ্যোতিষীয়ে নিৰ্দিষ্ট কৰি দিয়া শুভ দিনতে ৰজাই দুখীয়া বুঢ়ীৰ ধুনীয়া ছোৱালীজনী বিয়া কৰাই আনি তেওঁৰ আদৰৰ পাটৰাণী পাতিলে।

নতুন ৰাণী আৰু ৰজাৰ ইজন সিজনৰ প্ৰতি মৰমৰ কোনো সীমা নাছিল। সঁচা কথা ক'বলৈ হ'লে তেওঁলোকৰ সেই মৰমৰ কথা শব্দেৰে প্ৰকাশ কৰিব নোৱাৰি; কাৰণ অন্তৰেহে অন্তৰৰ ভাষা বুজে। সপোনৰ দৰেই তেওঁলোকৰ দিনবোৰ অতি আনন্দেৰে পাৰ হৈ গৈছিল। তাৰ পিছত এদিন ৰজাই তেওঁৰ মৰমৰ ৰাণীক মাতি ক'লে : "ৰাণী, মই অলপ দিনৰ কাৰণে তোমাৰপৰা আঁতৰি থাকিব লাগিব। ৰজা হিচাপে মোৰ দায়িত্ব বহুত, আৰু সেইকাৰণেই ৰাজ্যৰ আন ঠাইবোৰ পৰিদৰ্শন কৰিবলৈ মাজে মাজে যোৱা দৰকাৰ। তুমি এতিয়া সন্তানসম্ভৱা। সন্তানৰ জন্মৰ সময়ত মই তোমাৰ ওচৰত থাকিবলৈ বিচাৰোঁ। কাৰেঙৰ ছল-চক্ৰান্তৰ বিষয়ে তুমি একোকে নাজানা। সেইকাৰণে মই তোমাক এই সোণৰ টিলিঙাটো দি যাম, সন্তান জন্ম হোৱাৰ সময় ওচৰ চাপিলে তুমি টিলিঙাটো বজাই দিবা। মই য'তেই নাথাকোঁ লাগিলে চকুৰ পচাৰতে আহি তোমাৰ ওচৰত উপস্থিত হ'মহি। কিন্তু এটা কথা মনত ৰাখিবা, টিলিঙাটো সন্তান





জন্মৰ আগে আগেহে বজাবা, তাৰ এক পলো আগতে নহয়।"

ডাঙৰ ৰাণী চাৰিগৰাকীয়ে লুকাই থাকি মনে মনে ৰজাই পাটৰাণীক কোৱা কথাবোৰ শুনি আছিল। ৰজা ওলাই যোৱাৰ লগে লগে তেওঁলোক সৰুৰাণীৰ কোঠালৈ আহিল।

"তুমি এই ধুনীয়া টিলিঙাটো ক'ত পালা? আৰু টিলিঙাটো এনেকৈ বিচনাৰ কাষত ওলোমাই থৈছা কেলেই?" সকলোতকৈ ডাঙৰ ৰাণীয়ে সুধিলে।

"এইটো মোক ৰজাই দিছে। তেওঁ কৈছে কেঁচুৱা হ'বৰ সময়ত যদি মই টিলিঙাটো বজাই দিওঁ তেতিয়াহ'লে য'তে থাকে ত'ৰেপৰা তেওঁ ততালিকে গুছি আহিব", সৰলমতীয়া নতুন ৰাণীয়ে উত্তৰ দিলে।

"অসম্ভৱ কথা", আন কেইগৰাকী ৰাণীয়ে ক'লে। "ৰজাই চাগে তোমাৰ লগত ধেমালি কৰিছে। শ শ মাইল দূৰৰপৰা ৰজাই টিলিঙাটোৰ শব্দ কেনেকৈ শুনিব? আৰু শুনিলেও ইমান দূৰৰপৰা তেওঁ কেনেকৈ চকুৰ পচাৰতে তোমাৰ ওচৰত উপস্থিত হ'বহি? বৰং, এতিয়া এবাৰ টিলিঙাটো বজাই চালেই ৰজাই কোৱা কথা সঁচা নে মিছা ওলাই পৰিব।"

ৰাণীয়ে প্ৰথমতে টিলিঙাটো বজাব খোজা নাছিল; কিন্তু কম বয়সীয়া আৰু সৰলচিতীয়া হোৱাৰ কাৰণে তেওঁ সংসাৰৰ ছল-চাতুৰীৰ একো আও-ভাও নাপাইছিল।

সেয়ে ডাঙৰ ৰাণী কেইগৰাকীয়ে বৰকৈ কোৱাত তেওঁ লাহেকৈ টিলিঙাটো বজাই দিলে। সেই সময়ত ৰজা তেওঁ গন্তব্যস্থলৰ আধা বাট পাইছিলগৈহে মাত্ৰ, কিন্তু পাটৰাণীৰ টিলিঙাৰ শব্দ শুনাৰ লগে লগে তেওঁ উভতি ৰাজধানীৰ বাট ল'লে আৰু কেই মুহূৰ্তমানৰ ভিতৰতে আহি সৰু ৰাণীৰ অন্তেষপুৰ পালেহি। ৰাণীক সখীয়েকহঁতৰ সৈতে বহি আনন্দেৰে কথা পাতি থকা দেখি তেওঁ আচৰিত হ'ল। "তোমাক মই সন্তান জন্মৰ সময় উপস্থিত হোৱাৰ আগতে টিলিঙাটো বজাবলৈ মানা কৰা নাছিলোনে?" ৰজাই সুধিলে।

"হয় মহাৰাজ, কৈছিলে। কিন্তু মই কথাটো কিমানদূৰ সঁচা জানিবৰ কাৰণেই টিলিঙাটো বজাই চালো।" ৰাণীয়ে কিন্তু ডাঙৰ ৰাণী কেইগৰাকীৰ প্ৰৰোচনাতহে যে তেওঁ টিলিঙাটো বজাইছিল সেই কথা ৰজাক নক'লে।

"তুমি মোৰ কথাত কেনেকৈ সন্দেহ কৰিলা, প্ৰিয়তমা? মই যে তোমাক কিমান গভীৰভাৱে ভাল পাওঁ সেই কথা তুমি নাজানা জানো?" ৰজাই গভীৰ দুখেৰে ক'লে। নিজৰ ভুলৰ কথা জানি ৰাণীৰ চকু চল্‌চলীয়া হৈ আহিল। তেওঁৰ ধুনীয়া গাল দুখনিৰ ওপৰেৰে বৈ অহা চকুলোৰ ধাৰ দেখি ৰজাৰ বেয়া লাগিল। নিজৰ গাত থকা কাপোৰখনেৰে ৰাণীৰ চকুপানী মচি দি তেওঁ ক'লে, "এতিয়া তুমি মোৰ কথাৰ সত্যতাৰ প্ৰমাণ পালা নহয়, এইবাৰ কথাটো মনত ৰাখিবা, আৰু সন্তান হোৱাৰ সময় নোহোৱালৈকে টিলিঙাটো নবজাবা।"

ৰজাৰ অবিহনে নতুন ৰাণীৰ সময়বোৰ নাযায় নুপুৰায় যেন হৈছিল। অলপদিনৰ পিছত এদিন ৰাজ্যত বৰ জোৰে ধুমুহা-বতাহ বলিবলৈ ধৰিলে। ডাঙৰ ৰাণী চাৰিগৰাকী আকৌ নতুন ৰাণীৰ মহললৈ আহিল। "তোমাৰ প্ৰসৱৰ সময় ওচৰ চাপি আহিছে", বৰ ৰাণীয়ে ক'লে, "যোৱাবাৰ তুমি টিলিঙাটো বজাওঁতে ৰজা কাৰেঙৰপৰা বৰ বেছি দূৰলৈ যোৱা নাছিল। তাৰোপৰি সেই সময়ত বতৰটোও ভাল থকাৰ কাৰণে ৰজাই সহজতে শব্দটো শুনিব পাৰিছিল। আজিকালি বাৰিষা বতৰত ধুমুহা বৰষুণ গাজনি ঢেৰেকণিৰ শব্দত টিলিঙাৰ শব্দ ৰজাৰ কাণত পৰিবগৈ যে সন্দেহ। তুমি নহ'লে এটা কাম কৰাঁ,—টিলিঙাটো আকৌ এবাৰ বজাই চালে এনেকুৱা বতৰত ৰজাই শুনিব নে নুশুনে জানিব পাৰিবা। তেতিয়া সন্তান প্ৰসৱৰ সময়ত ৰজাৰ উপস্থিতিৰ বিষয়েও নিঃসন্দেহ হ'ব পৰা যাব।"

তৰুণী ৰাণীয়ে বহুত সময় নিজকে সংযত কৰি ৰাখিলে; কিন্তু এটা সময়ত তেওঁ ৰাণীহঁতৰ ফুচুলনিত ভোল গ'ল আৰু এটা দুৰ্বল মুহূৰ্তত আকৌ এবাৰ টিলিঙাটো বজাই দিলে। সেই সময়ত ৰজাই তেওঁৰ অধীনৰ আন এখন ৰাজ্যৰ ৰাজধানীত কিবা এটা বিচাৰৰ ৰায় দি আছিল। সোণৰ টিলিঙাটোৰ শব্দ শুনাৰ লগে লগে তেওঁ বিচাৰসভা ভঙ্গ কৰি পোনচাটে আহি নিজৰ ৰাজ্যত মৰমৰ ৰাণীৰ ওচৰত উপস্থিত হ'লহি।

এইবাৰ ৰজাৰ সঁচাকৈয়ে খং উঠিল। খঙৰ ভমকত কঁপা কঁপা মাতেৰে তেওঁ

ক'লে : "আকৌ তুমি মোৰ মৰম আৰু মোৰ কথাৰ সত্যতাত সন্দেহ কৰিলা। কিন্তু এইবাৰ মই তোমাক ভাগ্যত যি আছে হ'বলৈ এৰি দিম। প্ৰয়োজনৰ সময়ত তুমি যিমানেই ডাঙৰকৈ টিলিঙা নবজোৱাঁ লাগে, মই ঘূৰি নাহোঁ।"

ইয়াৰ আগতে ৰজাই তেওঁৰ মৰমৰ ৰাণীক টান কথা কেতিয়াও কোৱা নাছিল। ৰজাৰ এনেকুৱা খং দেখি ৰাণী আচৰিত হ'ল। তেওঁ চকুপানী টুকি ক'লে : "ক্ষমা কৰক মহাৰাজ, এতিয়া মোৰ প্ৰসৱকাল নিচেই ওচৰ চাপি আহিছে। আপুনি ইমান বেছি দূৰত আছিল, সেইকাৰণে মই সম্পূৰ্ণ নিশ্চিন্ত হ'ব খুজিছিলোঁ।" এইবাৰো কিন্তু তেওঁ ডাঙৰ ৰাণীকেইগৰাকীৰ ফুচুলনিতহে যে টিলিঙাটো বজাই দিছিল সেই কথা ৰজাক নক'লে। মাত-বোল নকৰাকৈ ৰজা ওলাই গুছি গ'ল।

অৱশেষত ৰাণীৰ প্ৰসৱকাল সম্পূৰ্ণ হ'ল। প্ৰসৱবেদনা আৰম্ভ হ'লত তেওঁ ৰজাক মাতিবৰ কাৰণে সোণৰ টিলিঙাটো বজালে। কিন্তু ৰজা নাহিল। তেওঁ যিমান ডাঙৰকৈ পাৰে টিলিঙাটো বজাবলৈ ধৰিলে। গোটেই ৰাজ্যতে টিলিঙাৰ শব্দ গুঞ্জৰিত হ'ল, কিন্তু ৰজা ঘূৰি নাহিল।

ডাঙৰ ৰাণী কেইগৰাকীয়ে ভালদৰেই বুজি পালে যে এইবাৰ ৰজা ঘূৰি অহাৰ কোনো আশা নাই। নিশ্চিন্ত হৈ তেওঁলোকে ৰাজপৰিয়ালৰ ধাইজনী মাতি আনি এটোপোলা সোণৰ মোহৰ দিলে। তেওঁলোকে ধাইজনীক ৰাণীৰ কেঁচুৱা হ'লে কাৰেঙৰ কুকুৰজনীৰ নতুন পোৱালি দুটাৰ লগত সলাই দিবলৈ দিহা দিলে।



অলপ পিছতে ৰাণীয়ে এহাল যঁজা সন্তান জন্ম দিলে—এজনী ধুনীয়া মৰমলগা ছোৱালী আৰু এটা নিপোটল ধুনীয়া ল'ৰা। ল'ৰাটোৰ কপালত এটা সৰু জোন আৰু হাতৰ তলুৱাত এটা তৰা তিৰ্‌বিৰাই আছিল। কিন্তু ৰাণীয়ে জ্ঞান পাই দেখিলে তেওঁৰ কাষত এহাল কুকুৰপোৱালি! ধাইজনীয়ে তেওঁক ক'লে সেয়াই তেওঁৰ সন্তান!

নতুন ৰাণীৰ ওপৰত ৰজাৰ খং উঠিছিল ঠিকেই; কিন্তু তেওঁ নহাকৈ থাকিব নোৱাৰিলে। ৰজাৰ মনত পৰিল ৰাণী এহাল যঁজা সন্তানৰ মাতৃ হোৱাৰ কথা আছে। পিছদিনা তেওঁ ৰাজ্যলৈ ঘূৰি আহিল। কিন্তু ৰাজকাৰেং আহি পালত পৰিচাৰিকাই এহাল কুকুৰ পোৱালি দেখুৱাই সেয়াই ৰাণীৰ নৱজাত সন্তান বুলি ক'লত ৰজাৰ আশ্চৰ্যৰ সীমা নাথাকিল।

কুকুৰ পোৱালিৰ পিতাক বুলি পৰিচিত হ'বলগীয়া হোৱাটো ৰজাৰ কাৰণে কেনেকুৱা দুখ আৰু লাজৰ কথা হ'ব পাৰে ভাবাচোন! খঙে-অপমানে তেওঁ ৰাণীৰ গাৰপৰা সোণৰ আ-অলঙ্কাৰ, পাটৰ সাজ-কাপোৰ সোলোকাই পেলাবলৈ আদেশ দিলে। তাৰ পিছত তেওঁক সাধাৰণ তিৰোতাৰ দৰে বজাৰত কাউৰী খেদা কাম কৰিবলৈ পঠিয়াই দিলে। ইফালে মাজনিশা ধাইজনীয়ে নৱজাত শিশুদুটি এটা জপাত ভৰাই ধান

খেৰেৰে ঢাকি ল'লে। তাৰ পিছত মনে মনে জপাটো লৈ গৈ গাঁৱৰ বাহিৰত থকা কুমাৰ এজনৰ জুপুৰীৰ দুৱাৰমুখত থৈ আহিলগৈ।

পুৱতি নিশা ঘৰৰ বাহিৰত কেঁচুৱাৰ কান্দোন শুনি কুমাৰৰ ঘৈণীয়েকে সাৰ পালে। লগে লগে তেওঁ দুৱাৰ খুলি বাহিৰলৈ গ'ল আৰু জপা এটাৰ ভিতৰত এহাল ধুনীয়া নৱজাত শিশু দেখি আচৰিত হ'ল। আথে-বেথে কেঁচুৱাহাল তুলি লৈ ঘৰৰ ভিতৰলৈ গৈ তেওঁ কুমাৰক জগালেগৈ। "চোৱাঁচোন চোৱাঁ, আমাৰ কোনো সন্তান নাছিল, কিন্তু এতিয়া ভগৱানে আমাক একেলগে দুটা ফুল যেন সন্তান দিলে। আমাৰ এতিয়া এজনী ধুনীয়া ছোৱালী আৰু কপালত জোন আৰু হাতৰ তলুৱাত তৰা থকা এটা সুন্দৰ ল'ৰা হ'ল", তেওঁ আনন্দেৰে ক'লে।

কেঁচুৱা দুটা অহাৰ পিছত কুমাৰ-কুমাৰণীৰ জীৱনৰ প্ৰতিটো দিন অতি আনন্দেৰে পাৰ হ'বলৈ ধৰিলে। কেঁচুৱা দুটাও দিনে দিনে চন্দ্ৰকলাৰ দৰে বাঢ়ি গ'ল। ডাঙৰ হোৱাৰ লগে লগে এফালে ছোৱালীজনীৰ ৰূপৰ জেউতি চৰি গ'ল আৰু আনফালে ল'ৰাটোৰ কপালৰ জোনটো উজ্জ্বল হৈ গ'ল। সিহঁত কুমাৰ-কুমাৰণীৰ আলাসৰ লাড়ু হৈ পৰিল। আনহাতে সাধাৰণ কুমাৰ এজনৰ ঘৰত ইমান ধুনীয়া ল'ৰা-ছোৱালীহাল দেখি গাঁৱৰ মানুহৰ হিংসা হ'বলৈ ধৰিলে। ওৰে ৰাতি বহি কুমাৰণীয়ে ছোৱালীজনীৰ কাৰণে ৰং বিৰঙৰ ধুনীয়া ধুনীয়া পোছাক চিলালে। আৰু গাঁৱৰ চকুচৰহা মানুহবোৰৰ চাৱনিৰপৰা ল'ৰাটোৰ কপালত জিলিকি থকা জোনটো ঢাকিবৰ কাৰণে তাক ৰামধেনুৰ সাতো ৰঙৰ এটা ডাঙৰ পাগুৰি সাজি দিলে।

সময় বাগৰি থাকিল। ডাঙৰ হৈ ল'ৰা-ছোৱালীহালে কুমাৰৰ চাক ঘূৰাই বিভিন্ন ধৰণৰ ধুনীয়া ধুনীয়া বস্তু সাজিবলৈ শিকিলে। তেওঁলোকৰ নিপুণ হাতৰ চিকুণ কামৰ কথা চাৰিওফালে ফুটি-ফাটি গ'ল, আৰু তেওঁলোকে তৈয়াৰ কৰা বস্তু কিনিবলৈ দূৰ-দূৰণিৰপৰা মানুহ আহিবলৈ ধৰিলে। ইফালে বয়স হৈ অহাৰ লগে লগে লাহে লাহে কুমাৰ-কুমাৰণী নিশকতীয়া হৈ আহিল, আৰু শেষত এজনৰ পিছত এজনকৈ তেওঁলোক দুয়ো ঢুকাই থাকিল।

দিনে-ৰাতিয়ে খাটি দুয়ো বায়েক-ভায়েকে এপইচা দুপইচাকৈ পইচা সাঁচিবলৈ ধৰিলে। শেষত যেতিয়া তেওঁলোকৰ সাঁচতীয়া মুদ্ৰা এহেজাৰ হ'ল তেতিয়া তেওঁলোকে গাঁৱৰ ভিতৰত এটা ঘৰ কিনি তাতে থাকিবলৈ ল'লে। ল'ৰাটোৱে হাবিয়ে জংঘলে ঘূৰি ফুৰি চিকাৰ কৰিবলৈ ভাল পাইছিল। তেওঁলোকৰ সাঁচতীয়া পইচাৰপৰা অলপ খৰচ কৰি তেওঁ নিজৰ কাৰণে এটা ঘোঁৰা, এখন ধনু, আৰু কাঁড় কিনিলে। কামৰ শেষত তেওঁ প্ৰায়ে ঘোঁৰাত উঠি ধনু-কাঁড় লৈ চিকাৰ বিচাৰি হাবিলৈ গৈছিল।

দীপান্বিতাৰ সময়ত গাঁৱত মানুহৰ আনন্দ উত্তেজনা আৰু ব্যস্ততাৰ সীমা নাছিল। সেই সময়ত দলে দলে মানুহ বজাৰলৈ ওলাই গৈ ধুনীয়া ধুনীয়া চাকি কিনিছিল, আৰু পৰিয়ালৰ সুখ-সমৃদ্ধিৰ কাৰণে ঐশ্চৰ্য্যৰ অধিষ্ঠাত্ৰী দেৱী লক্ষ্মীক আৰাধনা কৰি নিজৰ

নিজৰ ঘৰত চাকি বন্তি জ্বলাই পূজা কৰিছিল। উৎসৱৰ দিনা মানুহে ঘৰৰ ভিতৰে-বাহিৰে, পদুলিত, বাৰীত, ৰাস্তাই-ঘাটে অসংখ্য চাকি জ্বলাইছিল। সেইদিনা গাঁৱত পোহৰৰ মেলা হোৱা যেন লাগিছিল। গাওঁখন যেন সপোনপুৰীলৈহে ৰূপান্তৰিত হৈছিল।

সেইবাৰ দীপান্বিতাৰ দিনা ছোৱালীজনীৰ দোকানলৈ ফটা-চিটা কাপোৰ পিন্ধা মানুহ এজনী আহি এটা চাকি বিচাৰিলে। "মাত্ৰ এটা চাকি?" ছোৱালীজনী আচৰিত হ'ল, "এনেকুৱা এটা দিনত গোটেই ঘৰখন পোহৰাই ৰাখিবৰ কাৰণে কমেও এশ চাকি লাগে। তেনেকৈ পোহৰ হৈ থাকিলেহে লক্ষ্মী দেৱী আহি আশীৰ্বাদ দি যাব পাৰে।"

"মোৰ কোনো ঘৰ-দুৱাৰ নাই!" মানুহজনীয়ে দুখেৰে ক'লে, "কিন্তু মোক সদায় ৰ'দ-বৰষুণৰ পৰা বচাই আশ্ৰয় দিয়া বুঢ়া বৰ গছজোপাৰ তলত মই এটা চাকি জ্বলাম।"

ছোৱালীজনীয়ে মূৰ তুলি চাই দেখিলে মানুহজনীৰ গভীৰ ক'লা চকু দুটা যেন বিষাদে আবৰি ৰাখিছে। "তোমাৰ কথা শুনি মোৰ মনটো বৰ বেয়া লাগিছে", তাই ক'লে, "মোৰ ভাইটো আৰু মই ওচৰতে থাকোঁ। আমি ঘৰত দুয়ো অকলে থাকোঁ। আই-পিতাই ঢুকোৱাৰ পিছত আমি একেবাৰে নিঠৰুৱা হৈ পৰিলো; তুমি আমাৰ লগত আমাৰ ঘৰত থাকিবানে?" তাই সুধিলে। মানুহজনীৰ অন্তৰত শোকে খুন্দা মাৰি ধৰিলে। চকুপানী মচি তেওঁ ছোৱালীজনীৰ পিছে পিছে সিহঁতৰ ঘৰলৈ গ'ল।

সেইদিনা যেন লক্ষ্মীদেৱীহে সোঁশৰীৰে ল'ৰা-ছোৱালীহালৰ ঘৰলৈ আহিল আৰু ঘৰখন মৰমসনা পোহৰেৰে উজলাই তুলিলে। সিহঁতে নিজকে আৰু অকলশৰীয়া অনুভৱ নকৰা হ'ল। মাক আৰু সন্তানৰ মৰমৰ এনাজৰীয়ে তিনিওকে বান্ধি পেলালে।

আগৰাতি উৎসৱৰ আনন্দত ৰং-ধেমালি কৰি থাকি গাঁৱৰ মানুহবোৰ মাজ নিশালৈকে সাৰে আছিল। সেই কাৰণেই হ'বলা পিছদিনা পুৱা সকলো মানুহ বহুত বেলিলৈকে শুই থাকিল। কিন্তু কপালত জোন থকা ল'ৰাটোৱে নিচেই পুৱাতে উঠি তাৰ ৰামধেনু বৰণীয়া পাগুৰিটো মূৰত বান্ধি ল'লে, আৰু ঘোঁৰাত উঠি হাবিৰ ফালে ওলাই গ'ল।

হাবিত গৈ সি কুলু কুলু সুৰে বৈ থকা জুৰি এটাৰ পাৰৰ উইল গছ এজোপাৰ তলতে শুই পৰিল। গছজোপাৰ ডালে-পাতে যেন হাউলি গৈ জুৰিটিৰ স্ফটিকৰ ধাৰ যেন ফট্‌ফটীয়া পানীত চুমাহে খাইছিল। চকুহাল মুদি ল'ৰাটোৱে অন্তৰেৰে হাবিৰ মূক সৌন্দৰ্য উপভোগ কৰিবলৈ ধৰিলে। ৰাতিপুৱাৰ মৃদু মলয়া বতাহে বৈ অনা ফুলৰ সুৰভি পান কৰি আপোন বিভোৰ হৈ হাবিৰ নিৰ্জন বতাহৰ ফুচ্‌ফুচনিৰ শব্দ শুনি থাকোঁতে তাৰ এনে লাগিছিল যেন প্ৰকৃতিৰ সকলো সৌন্দৰ্য আহি তাৰ অন্তৰত থূপ খাইছেহি! মনৰ প্ৰশান্তিত সি লাহে লাহে তন্দ্ৰাচ্ছন্ন হৈ পৰিল।

কিন্তু হঠাতে এটা সোঁ...ওঁ...ওঁ শব্দত ল'ৰাটোৰ তন্দ্ৰা ভঙ্গ হ'ল। চকু মেলি সি দেখিলে ক'ৰবাৰপৰা বতাহৰ বেগত উৰি অহা এপাত কাঁড়ে তাৰ মূৰৰ পাগুৰিটো

উৰুৱাই নি খুলি পেলালে। কি হ'ল গম ধৰিব নোৱাৰি ইফালে সিফালে চাই সি এজন ওখ-পাখ অচিনাকী মানুহ থিয় হৈ থকা দেখিবলৈ পালে। মানুহজনে সন্মুখত থিয় হৈ তাৰ কপালত জিলিকি থকা জোনটোলৈ থৰ লাগি চাই আছিল।

"আপুনি কোন? মোৰ কপালখন ঢাকি পিন্ধি থকা পাগুৰিটো কাঁড় মাৰি উৰুৱাই দিয়া মানুহজন আপুনিয়েই নেকি?" সি খঙেৰে সুধিলে।

"মই এই ৰাজ্যৰ ৰজা। কিন্তু তুমি কোন? তোমাৰ ঘৰ ক'ত? মাৰাৰ নাম কি?" ৰজাই একে উশাহে সুধিলে।

ল'ৰাটো এইবাৰ শুই থকাৰপৰা উঠি থিয় হ'ল। দুখমনেৰে মাটিত পৰি থকা খুলি যোৱা পাগুৰিটোলৈ চাই সি ক'লে : "মই এজন কুমাৰৰ ল'ৰা। যঁজাবাইদেউ আৰু তোলনীয়া মাৰে সৈতে মই বজাৰৰ কাষৰ ঘৰ এটাত থাকোঁ।"

"মোক তোমালোকৰ ঘৰলৈ লৈ ব'লা", ৰজাই ক'লে।

ৰজা আৰু ল'ৰাটো দুয়ো নিজ নিজ চিন্তাত মগ্ন হৈ ঘোঁৰাত উঠি নীৰৱে হাবিৰ মাজেৰে যাবলৈ ধৰিলে। তেনেকৈয়ে তেওঁলোক হাবিখন পাৰ হৈ গাঁৱৰ মাজেৰে গৈ বজাৰৰ কাষত থকা ল'ৰাটোৰ ঘৰ পালেগৈ। দুৱাৰমুখত এজনী ধুনীয়া ছোৱালী থিয় হৈ আছিল। ভায়েকৰ লগত এজন অচিনাকী মানুহ আহি পদুলিত ৰোৱা দেখি তাই মাকক মাত দিলে।

মাকে বাহিৰলৈ ওলাই আহি যেতিয়া পুতেকৰ লগত ৰজাক দেখিলে, তেওঁৰ চকুহাল পানীৰে উপচি পৰিল। মনৰ আনন্দত তেওঁ স্বস্তিৰ নিশ্বাস পেলালে। ৰজাৰ লগত চকুৰে চকুৰে পৰিলত দুয়োৰে সকলো সপোন যেন লাগিল। ৰজা, ৰাণী, ধুনীয়া ছোৱালীজনী, চন্দ্ৰশেখৰ (কপালত জোন থকা) ল'ৰাটো কিংকৰ্তব্যবিমূঢ় হৈ কিছু সময় তেনেকৈয়ে থিয় হৈ ৰ'ল। ইফালে ৰজাঘৰীয়া ধাইজনীয়ে ৰজাক সেই ঘৰটোলৈ সোমাই যোৱা দেখিছিল। তাই দৌৰি গৈ ৰজাৰ ভৰিত পৰি নিজৰ দোষৰ কথা কৈ ক্ষমা খুজিলে। তাই ৰজাক আগৰপৰা গুৰিলৈকে ডাঙৰ ৰাণী কেইগৰাকীৰ ছলনাৰ কথা বিবৰি ক'লে। তাই ৰজাক ক'লে যে ৰাণীহঁতৰ প্ৰৰোচনাতহে সৰু ৰাণীয়ে বাৰে বাৰে অসময়ত সোণৰ টিলিঙাটো বজাইছিল, আৰু তেওঁলোকে দিয়া সোণৰ মোহৰৰ প্ৰলোভনত তাই ৰাণীৰ সুন্দৰ ল'ৰা ছোৱালী হাল কুকুৰ পোৱালিৰ লগত সলাই দিছিল। কিন্তু ৰাণীহঁতে মাৰি পেলাবলৈ কৈছিল যদিও কেঁচুৱা দুটালৈ মৰম লাগিলত তাই সিহঁতক নামাৰি এটা জপাত ভৰাই গাঁৱৰ বাহিৰৰ কুমাৰৰ দুৱাৰমুখত থৈ দিছিল।

"পৃথিৱীখন যে কিমান ৰহস্যময়! কিন্তু তাতোকৈও বিস্ময়কৰ হ'ল জীৱন আৰু প্ৰেমৰ খেলা; আৰু সকলোতকৈ ডাঙৰ সত্যটো হ'ল সঁচা কথা কেতিয়াও লুকাই নাথাকে, আৰু প্ৰেম অমৰ!" ৰাণী আৰু ল'ৰা ছোৱালীহালক মৰমেৰে আঁকোৱালি লৈ ৰজাই ক'লে। তাৰ পিছত তেওঁলোক সকলোটি মিলি ৰাজধানীলৈ উলটি গৈ সুখে-শান্তিৰে থাকিবলৈ ল'লে।



*সাধু মোৰ শেষ হ'ল,*
*ৰঙা বেলি মাৰ গ'ল;*
*নীৰৱ গধূলি আহিল নামি,*
*জাপ খালে ফুলৰ কোমল পাহি।*

*সন্ধিয়াৰ ছাঁয়া আহিছে বগাই,*
*গছৰ ডালত শুইছে চৰাই;*
*তিৰবিৰ তিৰবিৰ তৰা আকাশত,*
*ধৰণীয়ে মেলে যেন চকু আবেশত।*

*লুকাই থকা জোন আহিছে ওলাই,*
*ৰাতিৰ বোকোচাৰে বগুৰা বাই;*
*ৰাতি যে এতিয়া হ'ল বহুত গভীৰ,*
*আহাঁ সোণ বুকুলৈ মিঠা টোপনিৰ।*



# ন্যায়ৰ তৰোৱাল

সূৰ্যনগৰী মণি-মুকুতা খচিত প্ৰাসাদ আৰু ওখ ওখ চূড়া থকা বিয়াগোম মন্দিৰেৰে জক্‌মকাই আছিল। মন্দিৰৰ চূড়াই সূৰ্যৰ ৰশ্মি পৰি জল্‌মলাই থকা মেঘ চুইছিলগৈ। নগৰখনৰ ৰাস্তা-ঘাটবোৰ সোণেৰে বন্ধোৱা আছিল। ঘৰবোৰৰ দেৱালত লগোৱা উজ্জ্বল হীৰাবোৰ সহস্ৰ তৰাৰ দৰে জিলিকি ৰাতিৰ আন্ধাৰ দূৰ কৰিছিল।

ৰজা-প্ৰজা সকলোৱে সূৰ্য দেৱতাৰ পূজা কৰিছিল। কাৰণ, প্ৰাণদায়িনী সূৰ্যৰশ্মিৰ অবিহনে স্বৰ্গ-মৰ্ত্য ক'তোৱেই কোনো প্ৰাণী জীয়াই থাকিব নোৱাৰে।

ৰজাৰ তিনিজন পুতেক আছিল। ৰাজ্যৰ হাজাৰ হাজাৰ প্ৰজাই নিজৰ জীৱন আৰু সা-সম্পত্তিৰ ৰক্ষক ৰজাক শ্ৰদ্ধা ভক্তি কৰিছিল। এদিন সকলো প্ৰজা তেওঁৰ ওচৰলৈ আহি ক'লে : "মহাৰাজ, আপুনি হয়তো নাজানে, আপোনাৰ ৰাজ্যখন চোৰ-ডকাইতেৰে ভৰি আছে। আমি অগাধ ধন-সম্পত্তিৰ মালিক; কিন্তু মুঠেও সুৰক্ষিত নহওঁ। অনুগ্ৰহ কৰি আপুনি চোৰ-ডকাইতবোৰ ধৰি শাস্তি দি দেশখন নিষ্কণ্টক কৰাৰ ব্যৱস্থা কৰক। তেতিয়াহে আমি নিৰাপদে, নিৰ্ভয়ে থাকিব পাৰিম।"

ৰজাই প্ৰজাৰ অভিযোগ নীৰৱে শুনি থাকিল। তেওঁলোক যোৱাৰ পিছত তেওঁ তিনিওজন পুতেককে মতাই আনি সুধিলে : "প্ৰজাৰ সুৰক্ষাৰ প্ৰতি চকু দিবলৈ মোৰ তিনিজনকৈ সবল সুঠাম পুত্ৰ থাকোঁতে ৰাজ্যত চোৰ-ডকাইতৰ উপদ্ৰৱ কেনেকৈ হ'বলৈ পাইছে? মই এতিয়া বুঢ়া হৈছো আৰু এনে উপদ্ৰৱকাৰীৰ প্ৰতিৰোধ কৰাৰ সামৰ্থ নাইকিয়া হৈছে। কিন্তু তোমালোক ডেকা ল'ৰা। আশা কৰোঁ তোমালোকে ৰাজ্যত বিশৃংখলতাৰ সৃষ্টি কৰা চোৰ-ডকাইতবোৰ বিচাৰি উলিয়াই সিহঁতক শাস্তি দি দেশত নিষ্কণ্টক শাসনৰ ব্যৱস্থা কৰিব পাৰিবা।" দেউতাকৰ কথা শুনি তিনিওজন ৰাজকুমাৰ ৰাজ্যৰ প্ৰজাসমুদায়ৰ সকলো প্ৰকাৰৰ সুৰক্ষাৰ ব্যৱস্থা কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হ'ল। সেই উদ্দেশ্যে তেওঁলোকে পহৰাৰ সুবিধাৰ কাৰণে ৰাজধানীৰ বাহিৰত এটা চকী পাতি নিজৰ নিজৰ ঘোঁৰাকেইটা লৈ তাতে থাকিবলৈ ল'লে।

ৰাতিৰ প্ৰথম প্ৰহৰত নিজৰ ঘোঁৰাটো লৈ বৰকোঁৱৰ ৰাজধানীত পহৰা দিবলৈ ওলাই গ'ল। ৰাজধানীৰ বাটে বাটে ঘূৰি ক'তো চোৰৰ কোনো উমঘাম নাপাই তেওঁ চকীলৈ ঘূৰি গৈ শুই থাকিলগৈ। মাজনিশা মাজুকোঁৱৰৰ পাল পৰিল। তেৰোঁ ঘোঁৰাত উঠি নগৰৰ অলিয়ে-গলিয়ে, চুকে-কোণে ঘূৰি ফুৰিলে, কিন্তু চুৰি-ডকাইতিৰ কোনো সম্ভেদ নাপালে। চকীলৈ ঘূৰি গৈ তেৰোঁ নিদ্ৰাদেৱীৰ কোলাত আশ্ৰয় ল'লে। শেষনিশা

এইবাৰ সৰুকোঁৱৰৰ পাল পৰিল। নিজৰ ঘোঁৰাত উঠি পহৰা দি ফুৰোঁতে ৰাজকাৰেঙৰ ওচৰ পাই তেওঁ দেখিলে পদুলিয়েদি এগৰাকী অপৰূপ সুন্দৰী নাৰী ওলাই আহিছে। তেওঁ আচৰিত হ'ল।

"আপুনি কোন? আৰু এই অসময়ত আপোনাৰ ৰাজকাৰেঙলৈ অহাৰ উদ্দেশ্যই বা কি?" ৰাজকুমাৰে সুধিলে।

"মই ৰাজলক্ষ্মী। ৰাজকাৰেঙৰ অধিষ্ঠাত্ৰী দেৱী। আজি ৰাতি ৰজাৰ মৃত্যু হ'ব। মোৰ আৰু এই কাৰেঙত থকাৰ প্ৰয়োজন নাই। সেইকাৰণেই মই ৰাজপ্ৰাসাদ এৰি যাবলৈ ওলাইছো।"

"ৰাজলক্ষ্মী! হে দেৱী! অনুগ্ৰহ কৰি ৰাজকাৰেং এৰি নাযাব। মই প্ৰতিজ্ঞা কৰিছো ৰজাক মৃত্যুৰপৰা বচাম", ৰাজকুমাৰে কাকুতি কৰি ক'লে।

"আজি যদি ৰজাৰ মৃত্যু নহয় তেতিয়া হ'লে মই ঘূৰি আহিম; কিন্তু এতিয়া মই থাকিব নোৱাৰোঁ", ৰাজকুমাৰক প্ৰতিশ্ৰুতি দি ৰাজলক্ষ্মী ৰাতিৰ অন্ধকাৰৰ লগত মিলি গ'ল।

লগে লগে কোঁৱৰ গৈ ৰজাৰ শয়নকক্ষত সোমালগৈ। ৰজা তেওঁৰ সোণৰ পালেংখনত লালকাল দি শুই আছিল। কাষতে আন এখন পালেঙত মাজুৰাণী শুই আছিল। একোণত টিমিক্ টামাক্‌কৈ এটা চাকি জ্বলি আছিল। চাকিটোৰ ক্ষীণ পোহৰত কোঁৱৰে দেখিলে এটা বিয়াগোম সাপে মেৰ পাতি বহি ফেঁট তুলি আছে। নিঃশব্দে নিজৰ তৰোৱালখন উলিয়াই লৈ তেওঁ সাপটো কাটি খণ্ড-বিখণ্ড কৰিলে। তাৰ পিছত টুকুৰাবোৰ গোটাই এখন সোণৰ থালত থৈ ৰজাৰ বিচনাৰ কাষত থ'লে। কিন্তু তেওঁ



সাপটো কাটোতে এটোপ তেজ শুই থকা ৰাণীৰ হাতত পৰিলগৈ। সন্তৰ্পনে তেওঁ নিজৰ পাটৰ ৰুমালখন উলিয়াই তেজখিনি মচি দিলে। কিন্তু কোঁৱৰ কোঠাটো এৰি যাবলৈ ওলাওঁতেই ৰাণীয়ে বাগৰ সলালে। মখমলৰ কোমল গাৰুটোত মূৰটো পোনাই থ'বলৈ লৈ তেওঁ চকু মেলি কোঁৱৰক কোঠাটোৰপৰা ওলাই যোৱা দেখিবলৈ পালে।

"মহাৰাজ, মহাৰাজ, উঠক!" তেওঁ চিঞৰি উঠিল। "মহাৰাজ, আপোনাৰ অতি আদৰৰ কনিষ্ঠ পুত্ৰ ৰাতি আমাৰ শোৱনি কোঠালৈ আহিছিল, আৰু যাবৰ সময়ত মোৰ হাতত চুমা খাই গৈছে। মই তেওঁক নিজ চকুৰে দেখিছো। মাজনিশা পিতাকৰ শোৱনি কোঠাত সোমাই মাহীমাকৰ হাতত চুমা খোৱা ল'ৰা এটা কেতিয়াও ভাল ল'ৰা হ'ব নোৱাৰে।"

পিছদিনা পুৱা ৰজাই ডাঙৰ পুতেকক মাতি আনি সুধিলে : "যদি মই কাৰোবাক মোৰ মান-সন্মান ৰক্ষা কৰাৰ দায়িত্ব দিওঁ, আৰু তেওঁ বিশ্বাসঘাটকতা কৰে, তেন্তে তেনে মানুহক কেনে ধৰণৰ শাস্তি দিয়া উচিত?"

"নিঃসন্দেহে তেনে বিশ্বাসঘাটক মানুহ শিৰচ্ছেদ হোৱাৰ যোগ্য। "কিন্তু পিতা", কোঁৱৰে ক'লে, "শাস্তি দিয়াৰ আগতে তেওঁ প্ৰকৃততে দোষী হয় নে নহয় বিচাৰ কৰি লোৱা উচিত হ'ব।"

"তুমি কি ক'ব খুজিছা? তেওঁ মোৰ বিশ্বাস ভঙ্গ কৰা দোষত দোষী নহয় জানো?" ৰজাই পুনৰ সুধিলে।

"মহাৰাজে যদি শুনিবলৈ ইচ্ছা কৰে মই এটা কাহিনী ক'ব খোজোঁ। মোৰ কথাৰ অৰ্থ তেতিয়া মহাৰাজে নিজেই বুজি পাব" :

"এসময়ত এজন সোণাৰীৰ এগৰাকী বৰ ধুনীয়া পত্নী আছিল। তেওঁ কেৱল ধুনীয়াই নহয়, বৰ গুণীও আছিল। তেওঁ জীৱ-জন্তু, পশু-পক্ষীৰ ভাষা বুজিব পাৰিছিল। কিন্তু তেওঁৰ গিৰিয়েক বা শহুৰেক কোনোৱেই তেওঁৰ এই বিশেষ গুণটোৰ কথা নাজানিছিল। তেওঁলোকৰ ঘৰটো এখন নদীৰ কাষত আছিল। এদিন ৰাতি তেওঁলোক বিচনাত শুই থাকোঁতে ঘৈণীয়েকে ঘৰৰ বাহিৰত শিয়াল এটাই কোৱা শুনিলে : "মৰা শ এটা পানীত উটি গৈ আছে। কোনোবাই যদি শটো তুলি আনি মৰা মানুহজনৰ আঙুলিৰ পৰা হীৰাৰ আঙঠিটো লৈ শটো মোক খাবলৈ দিলেহেঁতেন!"

শিয়ালটোৰ কথা শুনি মানুহগৰাকী উঠি লাহেকৈ নৈৰ পাৰলৈ গ'ল। ইফালে গিৰিয়েকৰো টোপনি ধৰা নাছিল। ঘৈণীয়েকক উঠি বাহিৰলৈ যোৱা দেখি তেৰোঁ উঠি হাতত সাৰে ভৰিত সাৰে পিছে পিছে গ'ল, আৰু ঘৈণীয়েকনো কেনি গৈছে, কি কৰে দূৰৰপৰা চাই থাকিল। কাৰণ তেওঁ এনেদৰে অনুসৰণ কৰাৰ কথাটো ঘৈণীয়েকে জনাটো বিচৰা নাছিল।

নৈৰ পাৰ পাই মানুহগৰাকীয়ে মৰা শটো টানি পাৰত উঠালে। কিন্তু ইতিমধ্যে শটো ফুলি যোৱা বাবে তেওঁ আঙুলিৰপৰা আঙঠিটো খুলিব নোৱাৰিলে। সেয়ে তেওঁ



দাতেৰে কামুৰি আঙুলিটো ছিঙি আঙঠিটো উলিয়ালে আৰু শটো শিয়ালটোক দি দিলে। ঘৈণীয়েকে মৰাশটো কামোৰা দেখি সোণাৰীজন আতঙ্কত শিয়ৰি উঠিল. ঘৈণীয়েক আচলতে এজনী ডাইনী বুলি তেওঁ নিশ্চিত হ'ল। ঘৰলৈ আহি তেওঁ দেউতাকক নৈৰ পাৰত দেখা ঘটনাটোৰ কথা ক'লে। দেউতাক-পুতেক কাৰোৰেই সন্দেহ নাথাকিল যে ধুনীয়া মানুহগৰাকী প্ৰকৃততে এজনী ডাইনী। "দেউতা", ডেকা সোণাৰীজনে ক'লে, "মোৰ ঘৈণীজনী যিমানেই ধুনীয়া নহওক কিয়, মই এজনী ডাইনীৰ লগত ঘৰ কৰিব নোৱাৰোঁ। মই তেওঁক দূৰৰ হাবিলৈ লৈ গৈ বনৰীয়া জীৱ-জন্তুৰ মাজত এৰি দিমগৈ।"



পিছদিনা সোণাৰীজনে ঘৈণীয়েকক মাতি ক'লে : "বোলো, শুনিছানে? আজি তোমাক মই দেউতাৰাৰ ঘৰলৈ লৈ যাম, অলপদিন তাতে থাকিব পাৰিবা। বহুতদিন তুমি মাৰা-দেউতাৰাক দেখা নাই। তেওঁলোকো নিশ্চয় তোমাৰ কাৰণে চিন্তিত হৈ আছে।"

মানুহগৰাকীৰ দেউতাকৰ ঘৰলৈ আকৌ বৰ ডাঙৰ হাবি এখনৰ মাজেৰে যাব লাগিছিল। তেওঁলোক সেই বাটেদি গৈ থাকোঁতে মানুহগৰাকীয়ে এটা সাপে ফোঁচফোঁচাই কোৱা শুনিলে : "হে বাটৰুৱাসকল, তোমালোকে যদি মোক সৌ গাঁতটোৰ ভিতৰত টোব্‌টোবাই থকা বৰ ভেকোলাটো উলিয়াই দিয়াঁ, মই কৃতজ্ঞ হ'ম। তাৰ পিছত তোমালোক গাঁতটোত পুতি থোৱা অজস্ৰ ধন-সম্পত্তিৰ মালিক হ'ব পাৰিবা।"

সাপটোৰ কথা বুজি পাই মানুহগৰাকীয়ে গাঁতৰপৰা ভেকোলাটো উলিয়াই সাপটোৰ ফালে দলিয়াই দিলে, আৰু মাৰি এডালেৰে গাঁতটো খান্দিবলৈ ধৰিলে। গাঁতটোৰ ভিতৰত অজস্ৰ সোণৰ মুদ্ৰা আৰু মণি-মুকুতাৰে ভৰা কলহ এটা দেখি তেওঁ আচৰিত হ'ল। গিৰিয়েকক মাতি তেওঁ কলহটো লৈ ঘৰলৈ যাবলৈ কৈ নিজে দেউতাকৰ ঘৰলৈ যাবলৈ সাজু হ'ল।

কলহটো দেখি গিৰিয়েকে নিজৰ চকুকে বিশ্বাস কৰিব নোৱাৰিলে। কাৰণ সোণাৰী হিচাপে তেওঁ তাৰ আচল মূল্য বুজি পাইছিল। "এইবোৰ ক'ত লুকুৱাই থোৱা আছিল তুমি কেনেকৈ জানিলা?" তেওঁ ঘৈণীয়েকক সুধিলে। "মই জীৱ-জন্তুৰ ভাষা বুজি পাওঁ। এই কথা কোনেও, আনকি মোৰ মা-দেউতাইও নাজানে। সাপটোৱে মোক ফোঁচফোঁচাই গাঁতৰপৰা বৰ ভেকোলাটো উলিয়াই দিবলৈ কৈছিলে। সাপটোৱেই মোক গাঁতত পুতি থোৱা এই অমূল্য ৰত্নখিনিৰ সম্ভেদ দিলে", ঘৈণীয়েকে ক'লে।

ডেকা সোণাৰীজনে তেতিয়াহে তেনে এজনী গুণৱতী পত্নী থকাটো কিমান ভাগ্যৰ কথা বুজি পালে। তেওঁ ঘৈণীয়েকক বনৰীয়া জন্তুৰ মাজত এৰি নিদি ঘৰলৈ ঘূৰাই নিবলৈ ঠিক কৰিলে।

ঘৰ পাই তেওঁ ঘৈণীয়েকক ক'লে : "তুমি পিছ দুৱাৰেদি ভিতৰলৈ যোৱাঁগৈ। মই আগফালে দেউতাক তুমি পোৱা এই ধন-সোণখিনি দেখুৱাওঁ।"

কিন্তু দুৰ্ভাগ্যবশতঃ বুঢ়া সোণাৰীজন সেই সময়ত পিছফালে আছিল। তেওঁ বোৱাৰীয়েকক পিছ দুৱাৰেদি অকলে সোমোৱা দেখি আচৰিত হ'ল, আৰু ডাইনী বোৱাৰীয়েকে ক'ৰবাত পুতেকক মাৰি খাই পেলোৱা বুলি নিশ্চিত হ'ল। একো সোধ-পোছ নকৰাকৈয়ে তেওঁ হাতত লৈ থকা ডাঙৰ হাতুৰীটোৰে বোৱাৰীয়েকৰ মূৰত এটা বজ্ৰমাৰ সোধালে। বোৱাৰীয়েক সেইফালেই মুচ্‌কচ্ গৈ পৰিল। তেওঁ আৰু জ্ঞান ঘূৰাই নাপালে। আৰু এনেদৰেই এজনী নিৰপৰাধী মানুহ মৰি থাকিল।

"মহাৰাজ! মই সেইকাৰণেই কৈছো কাৰোবাক শাস্তি বা প্ৰাণদণ্ড দিয়াৰ আগতে তেওঁ সঁচাকৈয়ে দোষী হয় নে নহয় জনা দৰকাৰ।"

বৰকোঁৱৰৰ কথা শুনাৰ পিছত ৰজাই মাজু কোঁৱৰক মতাই আনি একেটা কথাকে সুধিলে।

"মহাৰাজ, আপুনি বিশ্বাস কৰি আপোনাৰ মান-সন্মান ৰক্ষা কৰাৰ দায়িত্ব দিয়া মানুহজনে যদি বিশ্বাসঘাটকতা কৰে তেন্তে তেওঁ নিঃসন্দেহে প্ৰাণদণ্ডৰ যোগ্য; কিন্তু শাস্তি দিয়াৰ আগতে তেওঁৰ দোষৰ সত্যতা জানি লোৱা বাঞ্ছনীয়", মাজুকোঁৱৰে উত্তৰ দিলে।

"তুমি কি ক'ব খুজিছা? তেওঁ মোৰ বিশ্বাস ভঙ্গ কৰাৰ দোষত দোষী হোৱা নাই জানো?" ৰজাই সুধিলে।

"মহাৰাজ, বেয়া নাপায় যদি মই আপোনাক এটা কাহিনী কওঁ; মোৰ কথাৰ অৰ্থ আপুনি নিজেই বুজি পাব" :



"এসময়ত এজন ৰজা আছিল। তেওঁ হাবিলৈ গৈ চিকাৰ কৰিবলৈ বৰ ভাল পাইছিল। এদিন তেওঁ অকলে বহুত দূৰৰ হাবি এখনলৈ গ'ল। কিন্তু সেইখিনি পাই তেওঁৰ বৰ পিয়াহ লাগিল। ইফালে সিফালে চাই তেওঁ ওচৰে-পাজৰে ক'তো নৈ-জান-জুৰি-বিল-পুখুৰী একোৱেই নেদেখিলে। উপায় নাপাই তেওঁ হতাশ হৈ গছৰ তলতে বহি পৰিল। অলপ পিছত টপ্‌টপ্‌কৈ পানী পৰাৰ শব্দ শুনি তেওঁ ভাবিলে গছৰপৰা বৰষুণৰ টোপাল পৰিছে। চলু পাতি সেই টোপালবোৰ ধৰি খাবলৈ বুলি হাতটো মুখৰ ওচৰলৈ নিওঁতেই ঘোঁৰাটোৱে পিছ ঠেঙেৰে লাঠি মাৰি পানী চলু পেলাই দিলে। বিশ্বাসী ঘোঁৰাটোৱে গছৰপৰা সৰা পানীৰ ৰহস্যটো জানিছিল। কিন্তু ৰজাৰ বৰ খং উঠিল। একো নভবাকৈ খাপৰপৰা তৰোৱালখন উলিয়াই তেওঁ বিশ্বাসী ঘোঁৰাটোৰ ডিঙিটো কাটি পেলালে। কিন্তু যাবলৈ থিয় হৈ ৰজাই এটা ফোঁচফোঁচনি শব্দ শুনিলে। ওপৰলৈ চাই তেওঁ দেখিলে এটা বিষধৰ ক'লা সাঁপে গছৰ ওপৰত ফোঁচফোঁচাই আছে আৰু তাৰ লক্‌লকাই থকা জিভাৰপৰা টপ্‌টপ্‌কৈ বিষ পৰি আছে। নভবা-নিচিন্তাকৈ বিশ্বাসী সহচৰ ঘোঁৰাটোক মাৰি পেলোৱাৰ বাবে ৰজাই হিয়া ঢাকুৰিয়াই কান্দিলে। তেওঁ ভালদৰেই জানিছিল যে তেনে এটা বিশ্বাসী ঘোঁৰা আৰু দুনাই নাপায়।

"সেইকাৰণেই কৈছো, মহাৰাজ, কোনো মানুহক দোষী বুলি শাস্তি দিয়াৰ আগতে তেওঁৰ দোষৰ সত্যতা জানি লোৱা উচিত।"



তাৰ পিছত ৰজাই সৰুকোঁৱৰক মতাই আনি আকৌ একেটা প্ৰশ্নকে সুধিলে।

"মহাৰাজ, আপোনাৰ বিশ্বাসভঙ্গ কৰা মানুহজন মৃত্যুদণ্ড পোৱাৰে যোগ্য; কিন্তু শাস্তি দিয়াৰ আগতে তেওঁ সঁচাকৈয়ে দোষী হয় নে নহয় জানি লোৱা উচিত", সৰুকোঁৱৰে ক'লে।

"তুমি কি কৈছা?" ৰজাই সুধিলে, "মোৰ ওচৰত বিশ্বাসঘাটকতা কৰা বাবে তেওঁ দোষী নহয় নে?"

"মহাৰাজ, মই আপোনাক এটা কাহিনী কওঁ। কাহিনীটো শুনাৰ পিছত মোৰ কথাৰ অৰ্থ আপুনি নিজেই বুজিব" :

"এজন ৰজাৰ এটা কথা ক'ব পৰা ভাটৌ আছিল। সেই ভাটৌটোৰ নাম আছিল শুক। শুকে এদিন হাবিলৈ উৰি গৈ তাৰ মাক-দেউতাকক লগ পালেগৈ। বহুত দিনৰ মূৰত লগ পোৱা কাৰণে মাক-দেউতাকে তাক কিছুদিন সিহঁতৰ লগত দূৰণিৰ গছত থকা বাহত থাকিবলৈ মাতিলে। কথাটো শুনি শুকে বৰ ভাল পালে, কিন্তু ৰজাৰ অনুমতি নোলোৱাকৈ যাবলৈ মন নকৰিলে। সি ক'লে যে পিছদিনা পুৱাহে সি যাব পাৰিব।

শুক ৰজাৰ ওচৰলৈ ঘূৰি গ'ল আৰু কেইদিনমান মাক-দেউতাকৰ লগত গৈ থকাৰ অনুমতি বিচাৰিলে। বৰ অনিচ্ছাৰে ৰজাই তাক দহদিনৰ বাবে যাবলৈ অনুমতি দিলে। কাৰণ শুক ৰজাৰ অতি মৰমৰ আছিল, আৰু তাৰ অবিহনে ৰজা বেছিদিন অকলে থাকিব নোৱাৰিছিল।

পিছদিনা নিচেই পুৱাতে শুক মাক-দেউতাকৰ লগত দূৰৰ হাবিৰ গছত থকা বাঁহলৈ উৰি গ'ল। তাতে বন্ধু-বান্ধৱৰ লগত কিছুদিন মনৰ আনন্দত থকাৰ পিছত সি মাক-দেউতাকক ক'লে : "আই-বোপাই, তোমালোকৰ লগত ইয়াত পুৰণি ঘৰত থাকি মোৰ বৰ ভাল লাগিছে, কিন্তু এতিয়া মই যাবই লাগিব। কাৰণ, ৰজাই মোক মাত্ৰ দহদিনৰ বাবেহে আহিবলৈ দিছিল। আজি দশম দিন পূৰা হ'ল।" পুতেকক বিদায় দিবলৈ শুকৰ মাক-দেউতাকৰ মন নাথাকিলেও চৰাইহালৰ উপায় নাছিল। দুয়ো চিন্তা কৰি পুতেকৰ হাতত ৰজাৰ কাৰণে কিবা এটা উপহাৰ দিবলৈ ঠিক কৰিলে।

সিহঁতে বহুত সাৰুৱা পথাৰ আৰু ফল-মূলৰ বাগিছা অতিক্ৰম কৰি মাইলৰ পিছত মাইল উৰি গৈ "কল্পতৰু"ৰপৰা এটা ফল লৈ আনিলেগৈ। পিছত মাকে শুকৰ হাতত ফলটো দি ক'লে : "বাচা, এই ফলটো সাৱধানে লৈ গৈ ৰজাৰ হাতত দিবাগৈ। এই কল্পতৰুৰ ফলটো খালে ৰজা অজৰ-অমৰ হ'ব।"

পিছদিনা দোক্‌মোকালিতে চৰাইবোৰে পুৱতিৰ গান গাবলৈ লওঁতেই শুকে তাৰ ওভতনি যাত্ৰা আৰম্ভ কৰি পাখি কোবাই আকাশেদি উৰা মাৰিলে। কিন্তু গধুৰ ফলটো ঠোঁটত লৈ একে লেথাৰিয়ে উৰি থাকি তাৰ ভাগৰ লাগিল। সি ৰাতিটোৰ কাৰণে গছ এজোপাত আশ্ৰয় লোৱাটোকে ঠিক কৰিলে। পিছে ফলটো ক'ত থ'ব সেইটো এটা



চিন্তাৰ বিষয় হ'ল। ঠোঁটত লৈ শুবলৈ হ'লে ৰাতি টোপনিৰ জালত ফলটো কেতিয়া মাটিত পৰি যাব গমেই নাপাব বুলি সি জানিছিল। ইফালে সিফালে চাই গছজোপাৰ গাত এটা খোৰোং দেখি সি তাতে ফলটো সুমুৱাই থ'লে। কিন্তু দুৰ্ভাগাবশতঃ তাতে এটা ফেঁটীসাপে ঘৰ পাতি আছিল। ফলটো দেখি সাপটোৱে তাত এটা খোঁট মৰাৰ লগে লগে গোটেই ফলটো বিষাক্ত হৈ গ'ল। বেচেৰা শুকে এই বিষয়ে একোকে গম নাপালে। পিছদিনা পুৱা ৰাজপ্ৰাসাদলৈ গৈ শুকে ৰজাক ফলটো দিলেগৈ। মৰমৰ চৰাইটো ইমান দিনৰ মূৰত ঘূৰি অহা দেখি ৰজা বৰ আনন্দিত হ'ল। ৰজাই ফলটোত কামোৰ মাৰিব খোজোঁতেই ওচৰতে কাউৰী এটাই ৰমলিওৱা দেখি কাষত ৰৈ থকা অনুচৰে সেই ফলটোকে লৈ কাউৰীটোলৈ দলি মাৰি পঠিয়ালে। পকা ফলটো দেখি কাউৰীটোৱে তাত খোঁট মাৰিবলৈহে পালে, ইতিমধ্যে তাত বিয়পি পৰা ফেঁটীসাপৰ বিষ ঠোঁটত লাগি কাউৰীটো থিতাতে মৰি থাকিল। তাকে দেখি ৰজাৰ বৰ খং উঠিল। তেওঁক মাৰিবলৈকে শুকে সেই বিষাক্ত ফলটো অনা বুলি ভাবি একো সোধ-পোছ নকৰাকৈ তৰোৱালখন উলিয়াই শুকক কাটি দুছেও কৰিলে। অনুচৰজনে মালীক ফলৰ গুটিটো দি সহজে কোনো জন-প্ৰাণীয়ে নোপোৱা ঠাইত বেৰা-কুৰা দি পুতি থ'বলৈ ক'লে।

গুটিটোৰপৰা গঁজালি ওলাই লাহে লাহে তাত এজোপা ডাঙৰ গছ হ'ল। চাওঁতে চাওঁতে গছজোপা ৰসাল ফলৰ ভৰত দোঁ খালে। ইফালে দুখীয়া মালীজন দাৰিদ্র্যৰ লগত যুঁজি যুঁজি ভাগৰি পৰিছিল। এদিন তেওঁ সকলোৱে বিষ বুলি ভবা সেই গছজোপাৰ ফল খাই মৰাটোকে ঠিক কৰিলে। ৰাতি ফল এটা খাই তেওঁ শুই পৰিল। আকৌ যে দিনৰ পোহৰ দেখিব তেওঁ আশাই কৰা নাছিল। কিন্তু পিছদিনা পুৱা সাৰ পাই নিজকে এজন সুস্থ, সবল ডেকা মানুহৰ ৰূপত আৱিষ্কাৰ কৰি তেওঁ আচৰিত হ'ল। সোতোৰা পৰা ছালৰ ঠাইত তেওঁৰ দেহা মসৃণ, নিমজ হ'ল। মূৰৰ পকাচুলিৰ ৰং ঢোঁৰা কাউৰীৰ পাখিৰ ৰঙতকৈও ক'লা হৈ গ'ল। সেইদিনা আবেলি সময়ত ফুলনিবাৰীলৈ আহি ৰজাই দেখিলে এজন সুদৰ্শন যুৱকে গছৰ গুৰিত পানী দি আছে! আচৰিত হৈ ৰজাই তেওঁৰ পৰিচয় বিচাৰিলে। ডেকাজনে উত্তৰ দিলে : "মহাৰাজ, মই আপোনাৰ বুঢ়া মালীটোৱেই। বহুত বছৰৰপৰা মই আপোনাৰ সেৱা কৰি আছো। বুঢ়া হ'লত মোৰ কাৰণে জীয়াই থকা অৰ্থহীন হৈ পৰিছিল। সেইকাৰণেই মই এই জীৱনটো শেষ কৰি দিওঁ বুলি নিষিদ্ধ গছজোপাৰ ফল খাইছিলো; পিছে আচৰিত কথা, সাৰ পাই মই নিজকে এজন প্ৰাণোচ্ছল ডেকাৰ ৰূপত পালো!"

মালীৰ কথা শুনি ৰজা মনৰ দুখত মূৰ্চ্ছা গ'ল। তেওঁ বুজি পালে যে তেওঁৰ কাৰণে অমৃত ফল কঢ়িয়াই অনা অতি মৰমৰ চৰাইটোক তেওঁ বিনা দোষতে মাৰি পেলালে।

"মহাৰাজ, এতিয়া মই আপোনাক মোৰ নিজৰ কথা ক'ম। ৰাতি পহৰা দি থাকোঁতে মই এগৰাকী দৈৱিক সৌন্দৰ্যসম্পন্না নাৰী ৰাজকাৰেঙৰপৰা ওলাই যোৱা দেখিবলৈ পালো। পৰিচয় বিচাৰিলত তেওঁ নিজকে কাৰেঙৰ অধিষ্ঠাত্ৰী দেৱী ৰাজলক্ষ্মী বুলি ক'লে। সেইদিনা ৰাতি মহাৰাজৰ মৃত্যুৰ আশংকা দেখি তেওঁ ৰাজকাৰেং এৰি গুছি গৈছিল। আপোনাৰ জীৱন ৰক্ষা কৰাৰ প্ৰতিশ্ৰুতি দি মই তেওঁক নাযাবলৈ অনুৰোধ কৰিলো যদিও সেই মুহূৰ্তত দেৱী অন্তৰ্দ্ধান হৈ গ'ল। লগে লগে আপোনাৰ শয়নকক্ষত সোমাই মই এটা সাপে আপোনাৰ বিছনাৰ কাষত মেৰ পাতি থকা দেখিবলৈ পালো। সাপটো মাৰি নিশ্চিন্ত হ'বৰ কাৰণে মই তাক টুকুৰা-টুকুৰকৈ কাটিলো, আৰু টুকুৰাবোৰ সোণৰ থাল এখনত থৈ আপোনাৰ বিচনাৰ কাষত থৈ দিলো। কিন্তু মই সাপটো কাটোঁতে এটোপ তেজ ৰাণীৰ হাতত পৰিছিল। মোৰ পাটৰ ৰুমালখনেৰে মই তেজ টোপাল মচি পেলালো। তাৰ পিছত আপোনাৰ শয়নকক্ষৰপৰা ওলাবলৈ লওঁতেই ৰাণীয়ে চকু মেলি মোক দেখিলে। ৰাণীৰ কথাত মহাৰাজে বোধহয় মই বিশ্বাসঘাটকতা কৰা বুলি ভাবিছে। যদি সেয়ে হয় আৰু মোৰ ভুল হৈছিল তেন্তে নিজৰ তৰোৱালখনেৰে মোক কাটি পেলাওক। কিন্তু সেই তৰোৱালখন ন্যায়ৰ তৰোৱাল হওক। কাৰণ, পাপ সদায় পাপেই, আৰু মিছা কথাই কেতিয়াও সঁচা কথাৰ ৰূপ ল'ব নোৱাৰে!"

সৰুকোঁৱৰৰ কামত ৰজা বৰ সন্তুষ্ট হ'ল। তেওঁক দুহাতেৰে আঁকোৱালি লৈ

কৃতজ্ঞতাৰ চিনস্বৰূপে ৰাজমুকুট পিন্ধাই দি ৰাজ্যৰ দায়িত্ব অৰ্পণ কৰিলে। ৰজাই ক'লে : "পুত্ৰ, মই তোমাক মোৰ ৰাজ্য আৰু ৰাজমুকুটৰ অধিকাৰী পাতিছো। কিন্তু সূৰ্যনগৰীৰ ৰজা হিচাপে তুমি এটা কথা সদায় মনত ৰাখিবা, ৰাজ্যৰ ধন-জন সুৰক্ষিত কৰি ৰখাতেই তোমাৰ গৌৰব আৰু সন্মান নিহিত হৈ থাকিব। তাৰোপৰি তোমাৰ তৰোৱালখন যেন সদায় ন্যায়ৰ তৰোৱাল হয়।"

*সাধু মোৰ শেষ হ'ল,*
*ৰঙা বেলি মাৰ গ'ল;*
*নীৰৱ গধূলি আহিল নামি,*
*জাপ খালে ফুলৰ কোমল পাহি।*

*সন্ধিয়াৰ ছাঁয়া আহিছে বগাই,*
*গছৰ ডালত শুইছে চৰাই;*
*তিৰবিৰ তিৰবিৰ তৰা আকাশত,*
*ধৰণীয়ে মেলে যেন চকু আবেশত।*

*লুকাই থকা জোন আহিছে ওলাই,*
*ৰাতিৰ বোকোচাৰে বগুৱা বাই;*
*ৰাতি যে এতিয়া হ'ল বহুত গভীৰ,*
*আহাঁ সোণ বুকুলৈ মিঠা টোপনিৰ।*



Laser typeset at Ess Ess Enterprises, New Delhi-110 055
and printed at Beauty Print, New Delhi-110 055